## সূচীপত্ৰ

# ৰবীন্দ্ৰ ঠাকুৰ হ'ব কুমাৰীৰ প্ৰথম প্ৰেমিক?

১৯৮০ চনৰ গৰমৰ দিনত মোৰ এটা মধুৰ আৰু ৰমণীয় অভিজ্ঞতা হৈছিল। বিশিষ্ট বাঙালী লেখক আৰু বুদ্ধিজীৱী গৌৰকিশোৰ ঘোষে মোক কলিকতালৈ নিমন্ত্ৰণ কৰিছিল—তেওঁৰ সম্পাদনাত ওলাব লগীয়া 'আজকাল' নামৰ দৈনিক কাকতত মোৰ যোগ দিয়াৰ বিষয়ে আলোচনা কৰিবৰ কাৰণে। 'আজকাল'ত যোগ দিবলৈ মোৰ সমূলি ইচ্ছা নাছিল। কিন্তু গৌৰদাৰ আগ্ৰহাতিশয্যৰ ওচৰত মোৰ অনিচ্ছা পৰাজিত হ'ল। দুদিন ধৰি চলা নেৰা-নেপেৰা আলোচনাৰ অন্তত মই যেতিয়া অৱশেষত 'আজকাল'ত যোগ দিবলৈ সন্মতি প্ৰকাশ কৰিলো, তেতিয়া গৌৰদাৰ মনত খুব আনন্দ হ'ল। সেই উপলক্ষে তেওঁ এটা অনুষ্ঠুপীয়া উৎসৱৰ আয়োজন কৰিবলৈ মনস্থ কৰিলে।

'আজকাল'ৰ প্ৰস্তুতি-পৰ্বত গৌৰদাৰ দুজন ঘনিষ্ঠ সহযোগী আছিল হামদি বে আৰু জ্যোতিৰ্ময় দত্ত। দুয়োজনেই গৌৰদাৰ পুৰণি বন্ধু। বিখ্যাত সাংবাদিক হামদি বে 'ষ্টেটছমেন'ৰ বিশেষ প্ৰতিনিধি ৰূপে গুৱাহাটীতো সাত বছৰমান আছিল। সাংবাদিক আৰু সাহিত্যিক জ্যোতিৰ্ময় দত্ত হ'ল বিখ্যাত বাঙালী কবি আৰু সমালোচক বুদ্ধদেৱ বসুৰ বৰ জোঁৱাই। তেওঁ এজন বৰ্ণাঢ্য চৰিত্ৰৰ মানুহ। আমেৰিকাৰ বিশ্ববিদ্যালয়ত অধ্যাপনা কৰাৰে পৰা আৰম্ভ কৰি গঙ্গা নদীৰ উৎসলৈ নাৱেৰে দুঃসাহসিক অভিযান কৰা পৰ্যন্ত তেওঁ নকৰা কাম একো নাই। জৰুৰী অৱস্থাৰ সময়ত তেওঁ জেললৈকো যাব লগা হৈছিল। মই এতিয়া যি সময়ৰ কথা কৈছোঁ সেই সময়ত তেওঁ এটা অভিনৱ পৰিকল্পনা কাৰ্যকৰী কৰাৰ কামত হাত দিছিল। পৰিকল্পনাটো হ'ল গঙ্গাৰ বুকুত ভাসমান এখন ৰেস্তোৰাঁ। সেই উদ্দেশ্যে তেওঁ এখন সৰু ষ্টিমাৰ ভাড়ালৈ লৈ 'কন্‌টিকি' নাম দি আউটৰাম ঘাটত ৰেস্তোৰাঁখন আৰম্ভ কৰিছিল। কিন্তু যিহেতু ৰেস্তোৰাঁখনৰ মালিক জ্যোতিৰ্ময় দত্ত, সেই কাৰণে এইটো আশা কৰা ভুল হ'ব যে মানুহে তাত কেৱল চাহ-কফি আৰু চপ-কাটলেট খাবলৈ যাব। জ্যোতিৰ্ময়ৰ পৰিকল্পনা আছিল যে গধূলিৰ স্নিগ্ধ অন্ধকাৰত বা ৰাতিৰ মদিৰ জোনাকত গঙ্গাৰ বুকুত 'কন্‌টিকি' বাহিৰ হ'ব নিৰুদ্দেশ ভ্ৰমণত; যাত্ৰীসকলে যাৰ যি মন যায় চাহ-কফি, বিয়েৰ-হুইস্কি খাবলৈ পাব; প্ৰকৃতিৰ অপৰূপ শোভা চাই যাত্ৰীসকল মত্ত হৈ পৰিব গান, কবিতা-পাঠ আৰু সাহিত্যৰ আড্ডাত।

পশ্চিমবঙ্গ চৰকাৰে অনুমতি নিদিয়াত জ্যোতিৰ্ময়ে বহুখিনি আগবাঢ়িও অৱশেষত তেওঁৰ পৰিকল্পনা ত্যাগ কৰিবলৈ বাধ্য হ'ল। সেইটো এটা বেলেগ কাহিনী। কিন্তু মোৰ এইটো সৌভাগ্যই বুলি ক'ব লাগিব যে পশ্চিমবঙ্গ চৰকাৰৰ বিৰোধিতাৰ কাৰণে জ্যোতিৰ্ময়ে তেওঁৰ পৰিকল্পনা বাদ দিব লগা হোৱাৰ বহু আগতেই মই 'কন্‌টিকি'ৰ বিশেষ অতিথিৰূপে গঙ্গাৰ বুকুত এটা অবিস্মৰণীয় সন্ধিয়া কটাবলৈ সুযোগ পাইছিলো।

গৌৰদাই উৎসৱৰ কথা চিন্তা কৰাৰ লগে লগে জ্যোতিৰ্ময়ে তেওঁক বেছি দূৰ চিন্তাত অগ্ৰসৰ হ'বলৈ সুযোগ নিদি আমাৰ আটাইকেইজনকে—গৌৰদা, হামদি আৰু মোক—তেওঁৰ 'কন্‌টিকি'লৈ নিমন্ত্ৰণ কৰিলে। মইতো হাততে স্বৰ্গ ঢুকি পালো। হাতত ধন থাকিলে যিকোনো মানুহে ফাইভ-ষ্টাৰ হোটেলত এটা মহাৰ্ঘ ডিনাৰ খাই আহিব পাৰে। কিন্তু গ্ৰীষ্মৰ সন্ধিয়া গঙ্গাৰ জল-তৰঙ্গ কাণত লৈ আৰু জুৰ বতহ গাত লৈ ধীৰগামী ষ্টিমাৰত গৌৰকিশোৰ ঘোষ, জ্যোতিৰ্ময় দত্ত আৰু হামদি বে'ৰ নিচিনা সুৰসিক মানুহৰ সঙ্গ-সুখ উপভোগ কৰাৰ সুযোগ কেইজনে পায়?

গঙ্গাৰ বুকুত আমি প্ৰায় তিনি ঘণ্টা সময় আছিলো। মোৰ বাহিৰে বাকী তিনিওজনেই ভীষণ আড্ডাবাজ মানুহ। বিচিত্ৰ বিষয়ে তেওঁলোকে বহুত কথা জানে; কথাবোৰ ৰস লগাই কোৱাতো তেওঁলোক ওস্তাদ। সেইদিনা তেওঁলোকৰ পৰা কলিকতাৰ সাহিত্য, সংস্কৃতি, ৰাজনীতি, বিভিন্ন বিখ্যাত ব্যক্তি আৰু ইনটেলেকচুৱেল আড্ডাৰ নেপথ্য-কাহিনী যিমান জানিলো সিমানখিনি জ্ঞান কোনো কিতাপত মই পাবলৈ আশা কৰিব নোৱাৰোঁ। বুদ্ধদেব বসুৰ জীৱিত কালত তেওঁৰ ঘৰত প্ৰায় নিতৌ বহা আড্ডাটো আছিল সেই সময়ৰ কলিকতাৰ আটাইতকৈ বিখ্যাত সাহিত্যিক আড্ডা। সেই বিষয়ে মই ইতিমধ্যে আনৰ মুখৰ পৰাও নানা কথা শুনিছিলো। এতিয়া বুদ্ধদেব বসুৰ জোঁৱায়েক জ্যোতিৰ্ময়ক ওচৰতে পাই সেই বিখ্যাত আড্ডাৰ বিষয়ে মই জানিবলৈ বিচৰাত তেওঁ তাৰ সৰস বৰ্ণনা দিবলৈ ধৰিলে। মোৰ যৌৱন কালত যিসকল লেখকৰ দ্বাৰা মই কিছু পৰিমাণে প্ৰভাৱিত হৈছিলো তেওঁলোকৰ ভিতৰত অন্যতম আছিল বুদ্ধদেব বসু। (এতিয়া অৱশ্যে তেওঁৰ বেছিভাগ গল্প-উপন্যাস আৰু আনকি প্ৰবন্ধবো ফেনিল বাগ-বিস্তাৰ মোৰ ভাল নালাগে)। বুদ্ধদেব বসুৰ বিষয়ে হোৱা আলোচনাত প্ৰসংগক্ৰমে ময়ো দুই-এটা মন্তব্য প্ৰকাশ কৰিলো আৰু তেওঁৰ ৰচনাৰ পৰা দুই-এটা উদ্ধৃতিও দিলো। বুদ্ধদেব বসুৰ ৰচনাৰ লগত এজন অসমীয়া মানুহৰ পৰিচয়ৰ ব্যাপকতা দেখি গৌৰদা আৰু জ্যোতিৰ্ময় খুব আচৰিত হ'ল। স্বাভাৱিকতেই মোৰ গা উঠিল আৰু মই তেওঁলোকক আৰু বেছি আচৰিত কৰি দিলো বুদ্ধদেব বসুৰ 'মিমিৰ জন্য' নামৰ কবিতাটো আবৃত্তি কৰি। (জ্যোতিৰ্ময়ৰ পত্নী

মীনাক্ষীৰ ঘৰত মতা নাম মিমি)। তেতিয়া তেওঁলোকে অনুৰোধ কৰিলে যে মই তেওঁলোকক বুদ্ধদেব বসুৰ আৰু কেইটামান কবিতা আবৃত্তি কৰি শুনাব লাগে। কোনেও আগতীয়াকৈ পৰিকল্পনা নকৰাকৈয়ে আমাৰ আড্ডাটোৱে এনেকৈ কবিতা-পাঠৰ অনুষ্ঠানৰ ৰূপ লোৱা দেখি বিশেষকৈ জ্যোতির্ময় খুব খুচি হৈছিল, কাৰণ তেওঁৰ স্বপ্নৰ 'কন্‌টিকি' আছিল এক বিশেষ শ্ৰেণীৰ মানুহৰ কাৰণে পৰিকল্পিত ৰেস্তোৰাঁ—য'ত পান-ভোজনতকৈ বেছি প্ৰাধান্য পাব গান, কবিতা আৰু সাহিত্যৰ আলোচনাই।

এসময়ত বুদ্ধদেব বসুৰ বহুতো কবিতা মোৰ কণ্ঠস্থ আছিল—বিশেষকৈ বন্দীৰ বন্দনা, কঙ্কাবতী, দময়ন্তী, নাগৰদোলা আদি কবিতা। বুদ্ধদেব বসুৰ প্ৰথম যৌৱনৰ সেইবোৰ উজ্জ্বল ইন্দ্ৰিয়-বিলাসৰ কবিতাই সেই সময়ত পাঠকসকলক এক অভূতপূৰ্ব অভিজ্ঞতাৰ আস্বাদ দিছিল। কিন্তু বয়স বঢ়াৰ লগে লগে মই তেওঁৰ সেইবোৰ কবিতা ভাল নোপোৱা হৈ আহিলো। অপৰূপ ছন্দ-ঝংকাৰ আৰু ইন্দ্ৰিয়-বিলাসৰ প্ৰাচুৰ্য সত্ত্বেও ছুইনবাৰ্ণৰ কবিতাই এটা সময়ত যেনেকৈ পাঠকক আমুৱাবলৈ আৰম্ভ কৰে, বুদ্ধদেব বসুৰ আগবয়সৰ কবিতায়ো মোক ঠিক তেনেকৈ আমুৱাবলৈ ধৰিলে। আনহাতে তেওঁৰ পৰিণত বয়সৰ কবিতাবোৰ মোৰ মুখস্থ নাছিল। বহুত ভাবি-চিন্তি মই আবৃত্তি কৰিবলৈ বাছি ল'লো বুদ্ধদেব বসুৰ এই কবিতাটো—'আজ হতে শতবৰ্ষ পৰে, ৰবীন্দ্ৰ ঠাকুৰ হবে কুমাৰীৰ প্ৰথম প্ৰেমিক....' —যদিও সেইটো কবিতাও মোৰ সম্পূৰ্ণ মুখস্থ নাছিল।

মই কবিতাটো গাবলৈ আৰম্ভ কৰাৰ লগে লগে এটা আচৰিত ঘটনা ঘটিল। মই কবিতাটোৰ দুটামান শাৰী আবৃত্তি কৰি শেষ নৌ কৰোঁতেই জ্যোতির্ময়ে অতি বিস্মিত হৈ মোক প্ৰশ্ন কৰিলে—'হোমেন, এইটো বুদ্ধদেব বসুৰ কবিতা? আপুনি ক'ত পালে এই কবিতাটো? বুদ্ধদেব বসুৱে এনে এটা কবিতা ৰচনা কৰিছিল বুলি মইতো নাজানো? বা কবিতাটো ক'তো পঢ়িও পোৱা নাই!'

বুদ্ধদেব বসুৰ জোঁৱায়েকক মই বহুতো তথ্য-প্ৰমাণ সহকাৰে পতিয়ন নিয়াব লগা হ'ল যে কবিতাটো প্ৰকৃততে বুদ্ধদেব বসুৰেই ৰচনা।

সি যি কি নহওক, আজিৰ পৰা এশ বছৰৰ পিছত ৰবীন্দ্ৰনাথেই প্ৰত্যেক কুমাৰীৰ প্ৰথম প্ৰেমিক, যুৱকৰ সখা আৰু বৃদ্ধৰ ঈশ্বৰ হ'ব বুলি ভৱিষ্যদ্বাণী কৰি বুদ্ধদেব বসুৱে লেখা কবিতাটো মই আবৃত্তি কৰাৰ পিছত স্বাভাৱিকতেই কিছু সময়ৰ কাৰণে আমাৰ আলোচনাৰ বিষয় হৈ পৰিল ৰবীন্দ্ৰনাথ। মই ৰবীন্দ্ৰনাথৰ বিষয়ে কি ভাবোঁ সেই কথা গৌৰদাই মোৰ পৰা জানিবলৈ বিচাৰিলে। মই ক'লো—'আখৰৰ লগত পৰিচিত হোৱাৰ দিন ধৰি ৰবীন্দ্ৰনাথৰ কবিতা আৰু গান মোৰ জীৱনৰ নিত্য-সংগী হৈ আহিছে। আমাৰ গাঁৱৰ ঘৰতো ৰবীন্দ্ৰ-চৰ্চা ইমান গভীৰ আৰু আন্তৰিক আছিল

যে মোৰ এজনী ভনীয়ে চেৰিব্ৰেল মেলেৰিয়াত আক্ৰান্ত হৈ ভ্ৰম বকোঁতে ৰবীন্দ্ৰনাথৰ এফাকি কবিতা আবৃত্তি কৰিছিল। তেতিয়া তাইৰ বয়স হৈছিল মাত্ৰ দহ বছৰ। এনে পৰিবেশত ডাঙৰ হোৱাৰ ফলত ৰবীন্দ্ৰনাথে স্বাভাৱিকতেই মোৰ জীৱনত এক বিশেষ স্থান অধিকাৰ কৰি আছে। কিন্তু তথাপি মই এই কথা ক'ব নোৱাৰোঁ যে পৃথিৱীৰ আন বহুতো মহৎ লেখকে মোৰ চিন্তা আৰু আৱেগক যিভাৱে প্ৰভাৱিত কৰিছে, ৰবীন্দ্ৰনাথেও ঠিক সেইখিনি কৰিব পাৰিছে। কিছু দিনৰ পৰা মই আনকি ৰবীন্দ্ৰনাথৰ কবিতা পঢ়িবলৈকো বিশেষ একো আগ্ৰহ অনুভৱ নকৰা হৈছোঁ। তেওঁৰ বেছিভাগ কবিতাই শব্দৰ মধুৰ ঝংকাৰ আৰু আৱেগৰ তৰল উচ্ছ্বাসৰ বাহিৰে আন একো নহয় যেন মোৰ লাগে। এবাৰ সুনীল গঙ্গোপাধ্যায়ে মোক কৈছিল যে ৰবীন্দ্ৰনাথৰ আটাইতকৈ বেছি ক্ষতি কৰিছে 'সঞ্চয়িতা'ই। সুনীলে বোলে ৰবীন্দ্ৰনাথৰ শ্ৰেষ্ঠ কবিতাবোৰৰ এখন নতুন সংকলন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু বিশ্বভাৰতীয়ে তেওঁক অনুমতি নিদিলে। ওৱৰ্ডছ্ওৱৰ্থৰ দৰেই ৰবীন্দ্ৰনাথেও জীৱনত অসংখ্য বেয়া কবিতা লিখিছে। সেই কাৰণে মেথ্যু আৰ্ণল্ডে ওৱৰ্ডছ্ওৱৰ্থৰ ক্ষেত্ৰত পৰিকল্পনা কৰাৰ দৰে কোনোবা কাব্য-ৰসিকে ৰবীন্দ্ৰনাথৰ এশটা শ্ৰেষ্ঠ কবিতাৰ এখন সংকলন প্ৰকাশ কৰা হ'লে ৰবীন্দ্ৰনাথৰ প্ৰতি প্ৰকৃত সুবিচাৰ কৰা হ'লহেঁতেন। ৰবীন্দ্ৰনাথে নিজৰ বিষয়ে ভৱিষ্যদ্বাণী কৰি কৈছিল যে তেওঁৰ আন সকলো ৰচনা কালৰ গৰ্ভত হেৰাই গ'লেও জীয়াই থাকিব তেওঁৰ গান। ময়ো এই কথা বিশ্বাস কৰোঁ। বস্তুতঃ মই জীৱনত যিবোৰ বস্তু আটাইতকৈ বেছি ভাল পাওঁ সেইবোৰৰ ভিতৰত এটা বস্তু হ'ল ৰবীন্দ্ৰনাথৰ গান। এই বিনন্দীয়া পৃথিৱীখন মোৰ চকুত চিৰ-নতুন কৰি ৰাখিছে ৰবীন্দ্ৰনাথৰ গানে। তেওঁৰ গানক বাদ দি ৰবীন্দ্ৰনাথৰ আনবোৰ ৰচনা মোৰ কাৰণে ক্ৰমাৎ অদৰকাৰী হৈ আহিছে—যদিও আবু সয়িদ আয়ুবৰ 'ৰবীন্দ্ৰনাথ আৰু আধুনিকতা' পঢ়াৰ পিছত মই আকৌ তেওঁক নতুনকৈ আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰিছোঁ।'

গৌৰদাই মোৰ কথাতে হয়ভৰ দি ক'লে যে বহুতো বাঙালী পাঠকেও আবু সয়িদ আয়ুবৰ চকুৰে ৰবীন্দ্ৰনাথক নতুনকৈ আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰিছে। সেইসকলৰ ভিতৰত তেওঁ নিজেও এজন।

* * *

প্ৰায় পোন্ধৰ-ষোল বছৰৰ পিছত এই কথাবোৰ নতুনকৈ মোৰ মনলৈ আহিছে যোৱা কেইবছৰমান ধৰি কলিকতাৰ বাতৰি কাকতবোৰত ৰবীন্দ্ৰনাথ সম্পৰ্কে প্ৰকাশিত কেতবোৰ বাতৰি পঢ়ি। এই বাতৰিবোৰৰ সাৰমৰ্ম হ'ল এইটোৱেই যে ৰবীন্দ্ৰনাথৰ সাহিত্য-প্ৰতিভা এসময়ত যিমান অতিৰঞ্জিত কৰি প্ৰচাৰ কৰা হৈছিল

সিমান প্ৰতিভাৱান লেখক তেওঁ অচলতে নহয়। আজিকালি বোলে বঙ্গদেশৰ আটাইতকৈ অনাদৃত সাহিত্যিকজনেই হ'ল ৰবীন্দ্ৰনাথ। তেওঁৰ কিতাপ এতিয়া কোনেও নপঢ়ে। আনকি নিজৰ যি গান অমৰ হৈ ৰ'ব বুলি ৰবীন্দ্ৰনাথে ভৱিষ্যদ্বাণী কৰিছিল সেই ৰবীন্দ্ৰ-সঙ্গীতো বঙ্গদেশত এতিয়া ইমানেই উপেক্ষিত যে ৰবীন্দ্ৰ-সংগীতৰ শিল্পীসকলে দক্ষিণা নোলোৱাকৈয়ে বিভিন্ন অনুষ্ঠানত ৰবীন্দ্ৰ-সঙ্গীত গাবলৈ বাধ্য হৈছে। বুদ্ধদেব বসুৱে ভৱিষ্যদ্বাণী কৰিছিল যে তেওঁ কবিতাটো ৰচনা কৰা সময়ৰ পৰা এশ বছৰৰ পিছতো ৰবীন্দ্ৰনাথেই হ'ব প্ৰত্যেকগৰাকী বঙ্গ-ললনাৰ প্ৰথম প্ৰেমিক। কিন্তু এতিয়া যি দেখা গৈছে—এশ বছৰ দূৰৰ কথা, ত্ৰিশ-চল্লিশ বছৰ পূৰ নৌ হওঁতেই বঙ্গ-ললনাই ৰবীন্দ্ৰনাথৰ কবিতা পঢ়ি আৱেগত শিহৰিত হৈ তেওঁৰ প্ৰেমত পৰাৰ পৰিৱৰ্তে তেওঁৰ কবিতা পঢ়ি বেছিকৈ বিৰক্তিহে অনুভৱ কৰা হৈছে। সন্দীপন চট্টোপাধ্যায়ৰ নিচিনা লেখকৰ কাৰণে ৰবীন্দ্ৰনাথ এতিয়া নিৰ্মম ব্যঙ্গ-বিদ্ৰূপৰ বিষয়ৰ বাহিৰে আন একো নহয়। কেইবছৰমানৰ আগতে সন্দীপন চট্টোপাধ্যায় গুৱাহাটীলৈ আহোঁতে তেওঁ দুদিনমান মোৰ ঘৰতো পদধূলি দিছিল। শ্বেইক্‌ছ্‌পীয়েৰৰ হেমলেটৰ নতুন ব্যাখ্যাৰে তেওঁ মোক চমৎকৃত কৰিছিল। কিন্তু তেওঁ মোৰ ঘৰত ৰবীন্দ্ৰ-সঙ্গীতৰ এশটামান কেছেট দেখি পৰম বিস্মিত আৰু বিৰক্ত হৈ কৈছিল—'হোমেন, ৰবীন্দ্ৰ-সঙ্গীত শুনিবলৈ এতিয়াও তোমাৰ ধৈৰ্য আছে? তুমি মোক বৰ হতাশ কৰিলা। জানা, বঙ্গদেশত আজিকালি ৰবীন্দ্ৰ-সঙ্গীত কোনেও নুশুনে।'

বঙ্গদেশত কোনোবাই ৰবীন্দ্ৰ-সঙ্গীত শুনক বা নুশুনক তাৰে মোৰ ভ্ৰূক্ষেপ নাই। মই নিতৌ সন্ধিয়া ৰবীন্দ্ৰ-সঙ্গীত শুনো আৰু নমৰালৈকে শুনিয়েই থাকিম। বঙ্গদেশৰ মানুহে যদি ৰবীন্দ্ৰ-সঙ্গীত শুনি এতিয়া ভাল নোপোৱা হৈছে, তেন্তে তাৰ কাৰণে ৰবীন্দ্ৰ-সঙ্গীতক দোষ দিয়াতকৈ বৰ্তমান যুগৰ মানুহৰ ৰুচিৰ বিকৃতিকেই বেছি দোষ দিব লাগিব। আজিৰ মানুহে সংগীতৰ নামত জোৰকৈ ভাল পাবলৈ শিকিছে কিছুমান অসহ্য কোলাহল আৰু বিকৃত চীৎকাৰক—যাৰ কাৰণে জন কাউপাৰ পওয়িছে দোষী সাব্যস্ত কৰিছে 'increasing cultural role of the continent of Africa'ক। বেছিভাগ আধুনিক মানুহৰ নিচিনাকৈ মই সঙ্গীতৰ নামত চলা বিকট চীৎকাৰৰ মাজত নিজকে হেৰুৱাই পেলাব নোখোজোঁ; মই নিজকে প্ৰখৰতৰ আৰু উজ্জ্বলতৰ ৰূপত ঘূৰাই পাব খোজোঁ বন্দনাৰ নিচিনা বা স্মৃতি-চাৰণৰ নিচিনা মধুৰ ৰবীন্দ্ৰ-সঙ্গীতত। গতিকে মই জীয়াই থকালৈকে ৰবীন্দ্ৰনাথৰ অন্ততঃ এটা ভৱিষ্যদ্বাণী সত্য হৈ ৰ'ব ঃ তেওঁ জীয়াই থাকিব তেওঁৰ গানত।

কিন্তু সামগ্ৰিক বিচাৰত এটা কথা স্বীকাৰ কৰাৰ বোধহয় সময় আহিছে যে ৰবীন্দ্ৰনাথে ন'বেল বঁটা পাবৰ সময়ত ভাৰতৰ মানুহে উচ্ছ্বাসৰ বশৱৰ্তী হৈ তেওঁক

যিমান ডাঙৰ সাহিত্যিক বুলি ভাবিছিল সিমান ডাঙৰ সাহিত্যিক তেওঁ বোধহয় নহয়। শ্রেষ্ঠ বাঙালী সমালোচকসকলে এই কথা বহুত আগতেই স্বীকাৰ কৰি লৈছে। প্রায় কুৰি বছৰমানৰ আগতেই শিৱনাৰায়ণ ৰায়ে লিখিছিল ঃ 'বিশ্বভূমিকাত থিয় কৰাই চালে বিশ্বক দেখুৱাবৰ যোগ্য বাংলা সাহিত্যৰ কিমানখিনি বস্তু শেষ পর্যন্ত টিকি থাকিব সেই কথা কোৱা টান। সৰু বা মজলীয়া বিধৰ লেখকৰ কথা বাদ দিও বাংলা আনকি আধুনিক ভাৰতৰ যিজন লেখক নিঃসন্দেহে আটাইতকৈ শ্রেষ্ঠ সেই ৰবীন্দ্রনাথৰ কথাই যদি ধৰা যায় তেতিয়াহ'লেও বিশ্বসাহিত্যৰ ইতিহাসত তেওঁৰ স্থান কিমান ওপৰত সেই বিষয়ে কিছু সংশয়ৰ অৱকাশ থাকি যায়। নাট্যকাৰ হিচাপে তেওঁ কি ইউৰিপিদিছ, শ্বেইক্‌ছ্‌পীয়েৰ, মলিয়েৰ, ইবছেন অথবা ও'নীলৰ সমতুল্য? ঔপন্যাসিক হিচাপে তেওঁক জানো স্তাঁদাল, ডষ্টয়েভস্কি, টলষ্টয়, টমাছ মান অথবা প্রুস্তৰ লগত একে শাৰীতে ঠাই দিব পাৰি? আনকি তেওঁৰ ইমান কবিখ্যাতি সত্ত্বেও আমি কি এই কথা ক'ব পাৰোঁ যে ৰ‍্যাঁবো, ৰিল্‌কে বা ইয়েটছে জীৱনৰ যিবোৰ অতলস্পর্শ অভিজ্ঞতাক তেওঁলোকৰ সার্থকতম কবিতাৰ মাজত ধৰি ৰাখিব পাৰিছিল, ৰবী ঠাকুৰৰ কবিতাত তাৰ সন্ধান পোৱা যায়? আনকি ঘাইকৈ সুৰৰ ফালৰ পৰা বিচাৰ কৰিলে ৰবীন্দ্রনাথৰ গানক এই দেশৰ বা পশ্চিমৰ শ্রেষ্ঠ সুৰকাৰসকলৰ লগত তুলনা কৰিব পাৰিনে?'

# এইচ জি ওৱেলছ আৰু যোছেফ ষ্টেলিনৰ কথোপকথন

কুৰি শতিকাৰ আটাইতকৈ প্ৰতিভাশালী আৰু প্ৰভাৱশালী লেখকসকলৰ ভিতৰত নিঃসন্দেহে এজন অগ্ৰগণ্য লেখক হ'ল এইচ জি ওৱেলছ। তেওঁৰ সমগ্ৰ সাহিত্য-কৰ্মক ঘাইকৈ তিনিটা ভাগত ভাগ কৰিব পাৰি। আধুনিক বিজ্ঞানৰ পৰা নানা সংকেত লৈ ওৱেলছে কিছুমান বিজ্ঞানভিত্তিক কাল্পনিক কাহিনী ৰচনা কৰিছিল। এই কাহিনীবোৰৰ প্ৰধান বৈশিষ্ট্য আছিল এয়েই যে তেওঁ যিবোৰ ঘটনা কেৱল কল্পনাহে কৰিছিল সেইবোৰৰ বহুতেই পিছলৈ বাস্তৱত পৰিণত হৈছিল। উদাহৰণ স্বৰূপে তেওঁৰ The First Men in the Moon নামৰ উপন্যাসখনৰ কথাকে ক'ব পাৰি। মানুহে চন্দ্ৰত পদাৰ্পণ কৰাৰ বহু আগতেই ওৱেলছে তেওঁৰ উপন্যাসত তেনে এটা সম্ভাৱনা স্পষ্টভাৱে দাঙি ধৰিছিল। তেওঁৰ আন এখন বিজ্ঞানভিত্তিক উপন্যাসৰ নামেই আছিল The Shape of Things to Come। সেই কাল্পনিক কাহিনীৰ ভিত্তিত এখন চিনেমাও কৰা হৈছিল, আৰু আমি হাইস্কুলৰ ছাত্ৰ হৈ থাকোঁতেই চিনেমাখন চাবলৈ পাইছিলো। মুঠতে এইচ জি ওৱেলছে তেওঁৰ বুদ্ধিদীপ্ত কল্পনাৰ সহায়েৰে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বহুতো সম্ভাব্য প্ৰগতি আগতীয়াকৈ অনুমান কৰিব পাৰিছিল, আৰু তেওঁৰ বিজ্ঞানভিত্তিক উপন্যাসবোৰত অনাগত ভৱিষ্যতৰ ছবিখন জীৱন্ত ৰূপত ফুটাই তুলিছিল। সেই কাৰণে তেওঁ এজন আধুনিক প্ৰফেটৰূপে পৰিচিত হৈ পৰিছিল।

ওৱেলছৰ দ্বিতীয়বিধ উপন্যাসৰ উপজীব্য তথা বিষয়-বস্তু আছিল আধুনিক মানুহৰ নানাবিধ জটিল সমস্যা; বিশেষকৈ মানৱিক সম্পৰ্কৰ জটিলতা। তেওঁৰ এই শ্ৰেণীৰ উপন্যাসবোৰৰ ভিতৰত Kipps আৰু Tono Bungay সমধিক প্ৰসিদ্ধ। কোনো কোনো সমালোচকৰ মতে এই শতিকাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আধা ডজন উপন্যাসৰ ভিতৰত এখন হ'ল ওৱেলছৰ Tono Bungay।

সৰ্বসাধাৰণ পাঠকৰ কাৰণে ওৱেলছৰ আটাইতকৈ বিখ্যাত আৰু জনপ্ৰিয় কিতাপখন হ'ল An Outline of the History of the World। উইল ডুৰাণ্টে প্ৰত্যেকজন শিক্ষিত মানুহৰ অৱশ্যপাঠ্য বুলি বিবেচিত যি এশখন কিতাপৰ তালিকা প্ৰস্তুত কৰিছে সেই এশখন কিতাপৰ ভিতৰত এখন হ'ল ওৱেলছৰ An Outline of

the History of the World। কিতাপখনৰ চমু চিনাকি দি ওৱেলছৰ জীৱনীকাৰ লভেট ডিকছনে লিখিছে ঃ 'পৃথিৱীত মানুহৰ আবির্ভাৱৰ আগৰে পৰা আৰম্ভ কৰি প্ৰথম বিশ্বযুদ্ধৰ শেষলৈকে সামৰি লিখা ৭৫০ হাজাৰ শব্দৰ এই কিতাপখন এজন মাত্র মানুহে এটা বছৰতে লিখি উলিয়াইছিল। এই কিতাপখন ওৱেলছৰ জ্ঞান আহৰণৰ শক্তি, সেই জ্ঞানক সুবিন্যস্ত কৰিব পৰাৰ ক্ষমতা আৰু সৰ্বোপৰি সুদীৰ্ঘ সময় ধৰি কঠোৰ শ্রম কৰিব পৰা শক্তিৰ চিৰস্থায়ী কীৰ্তিস্তম্ভ হৈ ৰ'ব।'

এই তিনিবিধ সাহিত্য-কৰ্মৰ কাৰণেই ওৱেলছক আধুনিক যুগৰ এজন প্ৰভাৱশালী লেখক হিচাপে গণ্য কৰা হয়। কিন্তু মই ব্যক্তিগতভাৱে তেওঁৰ আৰু এখন কিতাপ পঢ়ি খুব ভাল পাইছিলো আৰু কিতাপখনৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱিত হৈছিলো। An Experiment With Living নামৰ এই কিতাপখন আছিল ওৱেলছৰ আত্মজীৱনী। মই কটন কলেজৰ ছাত্ৰ হৈ থাকোতে কলেজৰ লাইব্ৰেৰীৰ পৰা আনি কিতাপখন পঢ়িছিলো। এতিয়া লাইব্ৰেৰীত কিতাপখন আছেনে নাই সেই কথা মই নাজানো। কটন কলেজৰ লাইব্ৰেৰীৰ যিবোৰ কিতাপৰ নাম মই মোৰ বিভিন্ন ৰচনাত উল্লেখ কৰিছোঁ সেইবোৰ কিতাপৰ বেছিভাগেই এতিয়া লাইব্ৰেৰীত পোৱা নাযায় বুলি এতিয়াৰ ছাত্ৰ-ছাত্ৰীসকলে মোক জনাইছে। কটন কলেজৰ লাইব্ৰেৰীৰ পৰা ইমান সোনকালে কিতাপবোৰ নোহোৱা হ'ব নালাগিছিল।

এইচ জি ওৱেলছ আছিল সমাজবাদী। ব্ৰিটেইনত যি ধৰণৰ সমাজবাদৰ আদৰ্শ গঢ় লৈ উঠিছিল সেই সমাজবাদত তেওঁ মানুহৰ মুক্তিৰ পথ বিচাৰি পাইছিল। ১৯৩৪ চনত ওৱেলছে দ্বিতীয়বাৰৰ কাৰণে ছোভিয়েট ৰাছিয়া ভ্ৰমণ কৰিবলৈ যায়। সেই সময়ত পৃথিৱীৰ আটাইতকৈ বিখ্যাত আৰু প্ৰভাৱশালী মুষ্টিমেয় লেখককেইজনৰ ভিতৰত এজন আছিল ওৱেলছ। আনহাতে, সেই সময়ত ছোভিয়েট ৰাছিয়াৰ সৰ্বময় কৰ্তা যোছেফ ষ্টেলিন আছিল পৃথিৱীৰ আটাইতকৈ শক্তিশালী আৰু প্ৰভাৱশালী ৰাষ্ট্ৰনেতা। মস্কোত গৈ উপস্থিত হোৱাৰ এদিনৰ পিছতে ওৱেলছে ষ্টেলিনক দেখা কৰি তেওঁৰ এটা দীঘলীয়া সাক্ষাৎকাৰ লৈছিল। সাক্ষাৎকাৰটো ব্ৰিটেইনৰ The New Statesman and Nation নামৰ বাতৰি কাকতখনৰ ২৭ অক্টোবৰৰ (১৯৩৪) সংখ্যাত প্ৰকাশ হোৱাৰ লগে লগে ওৱেলছে ব্যক্ত কৰা মতামতৰ সপক্ষে আৰু বিপক্ষে এটা দীঘলীয়া উত্তপ্ত বিতৰ্কৰ সূচনা হৈছিল। বিতৰ্কটোত ওৱেলছৰ বিৰোধিতা কৰা লেখক তথা বুদ্ধিজীৱীসকলৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য আছিল জৰ্জ বাৰ্ণাৰ্ড শ্ব' আৰু আৰ্ণেষ্ট টলাৰ। (বাৰ্ণাৰ্ড শ্ব' আৰু ওৱেলছৰ বৌদ্ধিক সংঘাত তথা প্ৰতিদ্বন্দ্বিতা সমসাময়িক ইংৰাজী সাহিত্যৰ ইতিহাসৰ এটা মুখৰোচক অধ্যায়ত পৰিণত হৈছিল)। ওৱেলছক সমৰ্থন কৰিবলৈ আগবাঢ়ি আহিছিল জে এম কেইনছৰ

নিচিনা বিশ্ববিখ্যাত অৰ্থনীতিজ্ঞ। বিভিন্ন কিতাপ আৰু প্ৰবন্ধত মই এই বিখ্যাত বিতৰ্কটোৰ উল্লেখ পঢ়িবলৈ পাইছিলো যদিও বিতৰ্কটোৰ কেন্দ্ৰবিন্দু ওৱেলছ আৰু ষ্টেলিনৰ কথোপকথনটো পঢ়িবলৈ মই সুযোগ পালো মাত্ৰ সৌ-সিদিনাহে—মাত্ৰ এসপ্তাহমানৰ আগতে। আধুনিক যুগৰ প্ৰফেটৰূপে পৰিচিত ওৱেলছেনো ১৯৩৪ চনতেই, অৰ্থাৎ কমিউনিজম আৰু ছোভিয়েট ৰাছিয়াৰ প্ৰভাৱ তুঙ্গত উঠাৰ সময়খিনিত কমিউনিজমৰ কেনেকুৱা ভৱিষ্যৎ দেখিবলৈ পাইছিল তাৰ কিছু ইঙ্গিত এই সাক্ষাৎকাৰটোত আছে। 'আমাৰ অসম'ৰ পাঠকসকলৰ মনত কৌতূহল জগাবৰ কাৰণে ষ্টেলিন আৰু ওৱেলছৰ মাজত হোৱা কথোপকথনৰ আংশিক আভাস অতি সংক্ষিপ্ত ৰূপত তলত দিয়া হ'ল।

প্ৰথমেই এটা কথা কৈ লোৱা দৰকাৰ যে ষ্টেলিনৰ প্ৰতি ওৱেলছে পোষণ কৰিছিল বিশেষ শ্ৰদ্ধাৰ মনোভাৱ। ওৱেলছৰ চকুত ষ্টেলিন আছিল এজন ক্ষমতালোভী, স্বৈৰাচাৰী আৰু মতান্ধ একনায়ক, কিন্তু ষ্টেলিনৰ চৰিত্ৰ নিষ্কলঙ্ক বুলি ওৱেলছে বিশ্বাস কৰিছিল। তদুপৰি ওৱেলছৰ মতে সেই সময়ৰ পৃথিৱীৰ আটাইতকৈ প্ৰভাৱশালী দুজন ৰাষ্ট্ৰনেতাৰ ভিতৰত এজন আছিল ষ্টেলিন। আনজন আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি ৰুজভেল্ট। আনহাতে, ওৱেলছৰ বিশ্বজোৱা খ্যাতি আৰু প্ৰভাৱৰ খবৰো নিশ্চয় ষ্টেলিনৰ কাণত নপৰাকৈ থকা নাছিল। (ষ্টেলিন আছিল কিতাপৰ পোক); ওৱেলছৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিয়েই ষ্টেলিনে তেওঁক important public man বুলি স্বীকৃতি দিছিল।

পাৰস্পৰিক শ্ৰদ্ধা থকা সত্ত্বেও দুয়োজনেই বেছিভাগ কথাতে একমত হ'ব পৰা নাছিল। উদাহৰণ স্বৰূপে ওৱেলছে বিশ্বাস কৰিছিল যে ৰুজভেল্টৰ New Deal নীতিয়ে পুঁজিবাদৰ ক্ষেত্ৰত এক বৈপ্লৱিক পৰিৱৰ্তন আনিছিল আৰু দেশখনক সমাজবাদী অৰ্থনীতিৰ ফালে আগুৱাই নিছিল। সমাজবাদী অৰ্থনীতি মানেই হ'ব পৰিকল্পিত অৰ্থনীতি—যাৰ চালিকা-শক্তি হ'ব ৰাষ্ট্ৰ। ওৱেলছৰ কথা বিশ্বাস কৰিবলৈ হ'লে ক'ব লাগিব যে ৰুজভেল্ট আৰু ষ্টেলিন দুয়ো পৃথক বিন্দুৰ পৰা যাত্ৰা আৰম্ভ কৰা সত্ত্বেও দুয়োজনে একেটা গন্তব্যস্থলত গৈ উপনীত হোৱাৰ সম্ভাৱনা আছিল। কিন্তু ষ্টেলিনে ওৱেলছৰ কথা একে আষাৰে উৰুৱাই দি ক'লে যে আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু ছোভিয়েট ৰাছিয়াৰ লক্ষ্য তথা গন্তব্যস্থল সম্পূৰ্ণ পৃথক। ষ্টেলিনৰ মতে ৰুজভেল্টৰ New Deal কোনো বৈপ্লৱিক পৰিৱৰ্তনকামী নতুন অৰ্থনৈতিক নীতি নহয়; সি হ'ল কেৱল পুঁজিবাদৰ অন্তৰ্নিহিত বিকাৰে সৃষ্টি কৰা অৰ্থনৈতিক সংকটৰ পৰা উদ্ধাৰ পাবলৈ অৱলম্বন কৰা এটা সাময়িক কৌশল মাত্ৰ। এই ধৰণৰ সাময়িক

কৌশলে পুঁজিবাদৰ সংকট কেতিয়াও স্থায়ীভাৱে দূৰ কৰিব নোৱাৰে।

ষ্টেলিনৰ কথা শুনি ওৱেলছে জোৰ দি ক'লে যে ৰুজভেল্টৰ New Dealৰ কাৰ্যকৰী পৰিণাম অতি শক্তিশালী হোৱা বুলি তেওঁ বিশ্বাস কৰে আৰু লগতে তেওঁ এই কথাও বিশ্বাস কৰে যে New Dealৰ মূল আদৰ্শ হ'ল (এংলো-ছেক্সন অৰ্থত) সমাজবাদী আদৰ্শ। কিন্তু ওৱেলছৰ এই যুক্তি মানিবলৈ ষ্টেলিন কোনোপধ্যেই ৰাজী নহ'ল, কাৰণ তেওঁৰ মতে ৰাষ্ট্ৰই অৰ্থনীতিক নিয়ন্ত্ৰণ কৰাৰ পৰিৱৰ্তে পুঁজিবাদী অৰ্থনীতিয়ে ৰাষ্ট্ৰক নিয়ন্ত্ৰণ কৰি থকালৈকে সমাজবাদী অৰ্থনীতি প্ৰৱৰ্তন কৰা কেতিয়াও সম্ভৱ নহয়।

এইখিনিতে ওৱেলছে এটা গুৰুত্বপূৰ্ণ প্ৰসঙ্গ উত্থাপন কৰিছিল। সমাজবাদ তথা সাম্যবাদত ব্যক্তিৰ ভূমিকা গৌণ হৈ পৰে বুলি এটা ধাৰণা প্ৰচলিত আছে। ওৱেলছে ক'লে যে সমাজবাদ আৰু ব্যক্তিবাদ ক'লা আৰু বগাৰ নিচিনা বিপৰীতধৰ্মী বস্তু হ'ব নোৱাৰে। এই দুয়োটাৰ মাজত থাকিব পাৰে বহুতো মধ্যৱৰ্তী পৰ্যায়। ব্যক্তিবাদ কেতিয়াবা দস্যুতাৰ নামান্তৰ হ'ব পাৰে; কিন্তু অনুশাসন আৰু সু-সংগঠনৰ বলত সিয়েই কেতিয়াবা হৈ পৰিব পাৰে সমাজবাদৰ সমতুল্য। পৰিকল্পিত অৰ্থনীতি কাৰ্যকৰী কৰিবলৈ হ'লে যিটো বস্তুৰ আটাইতকৈ বেছি প্ৰয়োজন সেইটো হ'ল অৰ্থনীতিৰ সংগঠকসকলৰ দক্ষতা আৰু অনুশাসন। সংগঠনৰ অবিহনে সমাজবাদ কেতিয়াও সম্ভৱ হ'ব নোৱাৰে।

ব্যক্তিবাদ আৰু সমাজবাদৰ সম্পৰ্কত ওৱেলছৰ বক্তব্য সমৰ্থন কৰি ষ্টেলিনে ক'লে যে ব্যক্তিবাদ আৰু সমাজবাদৰ সংঘৰ্ষ অনিবাৰ্য বুলি তেওঁ বিশ্বাস নকৰে। তেওঁৰ মতে একমাত্ৰ সমাজবাদী সমাজেহে ব্যক্তিগত স্বাৰ্থ আৰু আশা-আকাংক্ষা পূৰণ কৰিব পাৰে। কিন্তু ব্যক্তি আৰু সমাজৰ সংঘাত অনিবাৰ্য নহ'লেও শোষক ধনী শ্ৰেণী আৰু শোষিত শ্ৰমিক শ্ৰেণীৰ মাজত সংঘৰ্ষ এৰাই চলাৰ কোনো উপায় নাই। শোষক আৰু শোষিতৰ স্বাৰ্থ ইমান বিপৰীতমুখী যে সেই দুয়োটাৰ মাজত সামঞ্জস্য স্থাপন কৰা অসম্ভৱ।

মানৱ-সমাজক ধনী আৰু দৰিদ্ৰ—কেৱল এই দুটা শ্ৰেণীৰ মাজত ভাগ কৰিবলৈ ওৱেলছ কিন্তু ৰাজী নহ'ল। তেওঁৰ মতে পশ্চিমৰ দেশবোৰতো এনে বহুতো ধনী মানুহ আছে—কেৱল ধন ঘটা বা লাভৰ পৰিমাণ বৃদ্ধি কৰাটোৱেই যিসকলৰ জীৱনৰ একমাত্ৰ বা প্ৰধান উদ্দেশ্য নহয়। এনে বহুতো দক্ষ ইঞ্জিনীয়াৰ, প্ৰযুক্তিবিদ আৰু অৰ্থনীতি-সংগঠক আছে যিসকলে লাভ অৰ্জন কৰাৰ উপৰিও আন কিবা এটাও কৰিব খোজে। তেওঁলোকে পৃথিৱীৰ বৰ্তমান অৱস্থা বুজি পায় আৰু তাৰ পৰিৱৰ্তন সাধন কৰিব খোজে। কিন্তু তেওঁলোকে তথাকথিত শ্ৰেণী-সংগ্ৰাম অনিবাৰ্য বুলি

কেতিয়াও বিশ্বাস নকৰে।

ধনী আৰু দৰিদ্ৰৰ বাহিৰেও আৰু এটা মধ্যৱৰ্তী শ্ৰেণী—'টেকনিকেল ইনটেলিৎজেন্সিয়া'—থকাৰ কথা ষ্টেলিনেও স্বীকাৰ কৰিলে। তেওঁলোকৰ মাজত বহুতো সৎ আৰু আদৰ্শবাদী মানুহ থকাৰ কথা মানি ল'বলৈকো তেওঁ ৰাজী হ'ল। কিন্তু তেওঁ এই কথা জোৰ দি ক'লে যে মানৱ-সমাজক সৰ্বপ্ৰথমে ধনী আৰু দৰিদ্ৰ, সম্পদৰ অধিকাৰী আৰু সৰ্বহাৰা, শোষক আৰু শোষিত—এই দুটা শ্ৰেণীত ভাগ কৰি ল'বই লাগিব। এই দুটা শ্ৰেণীৰ মাজত হোৱা সংঘৰ্ষত মধ্যৱৰ্তী শ্ৰেণীটোৱে কেতিয়াবা ধনীৰ পক্ষ লয়, কেতিয়াবা দৰিদ্ৰৰ পক্ষ লয়; অনেক সময়ত তেওঁলোক হৈ থাকে নিৰপেক্ষ। কিন্তু শ্ৰেণী-সংগ্ৰাম চলি থাকিবই, আৰু তাৰ চূড়ান্ত পৰিণাম নিৰ্ণয় কৰিব সৰ্বহাৰা শ্ৰমিক শ্ৰেণীয়ে।

ষ্টেলিনৰ শ্ৰেণী-সংগ্ৰামৰ তত্ত্ব বা তাৰ অনিবাৰ্যতা মানি ল'বলৈ ওৱেলছ কোনোপধ্যেই ৰাজী নহ'ল। তেওঁৰ মতে পুঁজিপতিসকলৰ মাজতো এনে বহুতো মানুহ আছে যিসকলে কেৱল লাভৰ আশাতেই কাম নকৰে। বহুতো পুঁজিপতিৰ সাংগঠনিক দক্ষতা আৰু ব্যৱসায়-পৰিচালনাৰ দক্ষতা ইমান বেছি বৃদ্ধি পাইছে যে তেওঁলোকৰ পৰা ছোভিয়েট ৰাছিয়ায়ো শিক্ষা ল'ব পাৰে। কিন্তু আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল এইটো যে ব্যক্তিগত মুনাফাৰ ভেটিত গঢ় লৈ উঠা ব্যৱস্থাটো ক্ৰমাৎ ভাগি পৰিবলৈ আৰম্ভ কৰিছে; এনে অৱস্থাত পুঁজিবাদী আৰু সমাজবাদী বিশ্বক সংঘৰ্ষৰ পথলৈ ঠেলি দিয়াৰ পৰিৱৰ্তে বিশ্বৰ আটাইবোৰ গঠনমূলক আন্দোলন আৰু শক্তিক একগোট কৰিবলৈ চেষ্টা কৰাটোহে অধিক বাঞ্ছনীয় হ'ব।

ওৱেলছৰ কথা শুনি ষ্টেলিনে প্ৰথমেই এই কথা স্বীকাৰ কৰি ল'লে যে ছোভিয়েট ৰাছিয়াই পুঁজিপতিসকলৰ পৰা ইতিমধ্যেই যথেষ্ট শিক্ষা গ্ৰহণ কৰিছে। কিন্তু পুঁজিপতিসকলে যে লাভৰ লোভ পৰিহাৰ কৰি নিঃস্বাৰ্থ সমাজ-সেৱকৰ ভূমিকা গ্ৰহণ কৰিব পাৰে এই কথা মানি ল'বলৈ তেওঁ ৰাজী নহ'ল। তেওঁৰ মতে পুঁজিপতিসকল মুনাফাৰ লগত এনেভাৱে সাঙোৰ খাই আছে যে পৃথিৱীৰ কোনো শক্তিয়ে তেওঁলোকক তাৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰে। পুঁজিপতিসকলক বাদ দি আৰু এটা মধ্যৱৰ্তী শ্ৰেণী আছে—টেকনিকেল ইনটেলিৎজেন্সিয়া তথা কাৰিকৰী বুদ্ধিশালী লোকসকল—যিসকলৰ ওপৰতো সম্পূৰ্ণ ভৰসা কৰিব নোৱাৰি। অক্টোবৰ বিপ্লৱৰ পিছত তেওঁলোকৰ বহুতেই বিপ্লৱক ব্যৰ্থ কৰিবলৈ উঠি-পৰি লাগিছিল; নতুন সমাজ ব্যৱস্থা গঢ়ি তোলাৰ কামত কমিউনিষ্টসকলৰ লগত সহযোগিতা কৰিবলৈ তেওঁলোকে অস্বীকাৰ কৰিছিল। অৱশ্যে কিছুদিনৰ পিছতেই নিজৰ ভুলটো বুজি পাই তেওঁলোকে নতুন সমাজ ব্যৱস্থা গঢ়াৰ কামত সহযোগিতা কৰিবলৈ আগবাঢ়ি আহিল। এইবোৰ

অভিজ্ঞতাৰ পৰা এটা শিক্ষাই পাব পাৰি আৰু সেইটো হ'ল এই যে পৃথিৱীখন সলনি কৰিবলৈ হ'লে ৰাজনৈতিক ক্ষমতা নহ'লেই নহয়। ওৱেলছে এই কথাটো সম্পূৰ্ণভাৱে আওকাণ কৰি থকা বুলি ষ্টেলিনে অভিযোগ কৰিলে। হাতত ৰাজনৈতিক ক্ষমতা নাথাকিলে সৰ্বাধিক সদিচ্ছা থকা সত্ত্বেও কোনেও পৃথিৱীখন সলনি কৰিব নোৱাৰে। কিন্তু ৰাজনৈতিক ক্ষমতা থাকিব লাগিব কাৰ হাতত? সি থাকিব লাগিব এটা বৃহৎ শ্ৰেণীৰ হাতত—যিটো শ্ৰেণীয়ে এদিন পুঁজিপতি শ্ৰেণীৰ স্থান ল'ব লাগিব। সেই শ্ৰেণীটো হ'ল শ্ৰমিক শ্ৰেণী। কাৰিকৰী লোকসকলৰ সহায়-সহযোগিতা নিশ্চয় ল'ব লাগিব; কিন্তু সেইসকল লোকে কেতিয়াও এটা স্বতন্ত্ৰ ঐতিহাসিক ভূমিকা পালন কৰিব নোৱাৰে।

*ষ্টেলিন ঃ* পৃথিৱীৰ ৰূপান্তৰ সাধন হ'ল এটা বৃহৎ, জটিল আৰু কষ্টকৰ প্ৰক্ৰিয়া। এই বৃহৎ কামৰ কাৰণে এটা বৃহৎ শ্ৰেণীৰ প্ৰয়োজন। ডাঙৰ জাহাজ বাহিৰ হয় দীঘলীয়া সমুদ্ৰ-যাত্ৰাত।

*ওৱেলছ ঃ* কথাটো হয়। কিন্তু দীঘলীয়া সমুদ্ৰ-যাত্ৰাৰ কাৰণে এজন কেপ্টেইন আৰু এজন নেভিগেটৰৰো প্ৰয়োজন।

*ষ্টেলিন ঃ* সেই কথা সঁচা। কিন্তু দীঘলীয়া সমুদ্ৰ-যাত্ৰাৰ কাৰণে সৰ্বপ্ৰথমে যিটো বস্তুৰ দৰকাৰ সেইটো হৈছে এখন ডাঙৰ জাহাজ। জাহাজ নোহোৱা নেভিগেটৰৰ কাম কি? তেওঁ এজন কাম-বন নোহোৱা নিবনুৱা।

*ওৱেলছ ঃ* কিন্তু আপুনি কোৱা ডাঙৰ জাহাজখন হ'ল মানৱ-সমাজ; সি এখন জাহাজ নহয়।

ওৱেলছে এটা প্ৰাসংগিক প্ৰশ্ন উত্থাপন কৰি ষ্টেলিনক সুধিলে—'মিঃ ষ্টেলিন, ব্যৱহাৰিক দৃষ্টিকোণৰ পৰা বিপ্লৱৰ বিষয়ে আপুনি যিমান কথা জানে সিমান জনা মানুহ খুব কমেই আছে। জনতা নিজে নিজে কেতিয়াবা জাগি উঠেনে? এইটো এটা প্ৰমাণিত সত্য নহয়নে যে সদায় এটা সংখ্যালঘু গোষ্ঠীয়েহে বিপ্লৱ কৰে?

ওৱেলছৰ এই কথা অস্বীকাৰ কৰাটো ষ্টেলিনৰ পক্ষে সম্ভৱ নহ'ল। তেওঁ স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে বিপ্লৱৰ নেতৃত্ব দিবলৈ এটা সংখ্যালঘু গোষ্ঠীৰ প্ৰয়োজন। কিন্তু তেওঁ লগতে এই কথাও যোগ দিলে যে সংখ্যাগৰিষ্ঠ মানুহৰ অন্ততঃ নিষ্ক্ৰিয় সমৰ্থনৰ ওপৰত নিৰ্ভৰ নকৰাকৈ আটাইতকৈ প্ৰতিভাশালী, পৰিশ্ৰমী আৰু শক্তিশালী সংখ্যালঘুৰ পক্ষেও সাফল্য অৰ্জন কৰা অসম্ভৱ।

ইউৰোপৰ বিভিন্ন দেশত কমিউনিষ্টসকলে সশস্ত্ৰ অভ্যুত্থানৰ সপক্ষে প্ৰচাৰ অভিযান চলাইছিল। ওৱেলছে অনুভৱ কৰিছিল যে কমিউনিষ্টসকলৰ এই কাৰ্য অতি ভুল হৈছে। এসময়ত বিভিন্ন দেশত যেতিয়া অত্যাচাৰী একনায়কৰ স্বৈৰাচাৰ চলিছিল,

তেতিয়া হয়তো সশস্ত্র অভ্যুত্থানৰ সপক্ষে চলোৱা প্ৰচাৰ অভিযানৰ কিছু যুক্তি আছিল। কিন্তু সেই পুৰণি ব্যৱস্থা এতিয়া নিজে নিজেই ভাগি পৰিছে। আধুনিক পৰিস্থিতিত সশস্ত্ৰ বিদ্ৰোহ বা অভ্যুত্থানৰ ওপৰত জোৰ নিদি বেছিকৈ জোৰ দিয়া উচিত দক্ষতা, যোগ্যতা আৰু উৎপাদনশীলতাৰ বৃদ্ধিৰ ওপৰত। সশস্ত্ৰ বিদ্ৰোহৰ সপক্ষে কমিউনিষ্টসকলে চলোৱা প্ৰচাৰ কাৰ্যই পশ্চিমৰ গঠনমূলক মনোভাৱাপন্ন লোকসকলৰ মনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে।

ষ্টেলিনেও এটা কথা স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে পুৰণি ব্যৱস্থা ভাগি পৰিছে; সেইবোৰৰ অৱক্ষয় আৰম্ভ হৈছে। কিন্তু তেওঁ ওৱেলছক এই কথাও মনত পেলাই দিলে যে ধ্বংসমুখী পুৰণি ব্যৱস্থাটোক ৰক্ষা কৰিবলৈ আৰু জীয়াই ৰাখিবলৈ নিত্য-নতুন প্ৰচেষ্টাও আৰম্ভ হৈছে। তদুপৰি পুৰণি ব্যৱস্থাটো নিজে নিজে ভাগি পৰা নাই। এটা সমাজ-ব্যৱস্থা ভাঙি তাৰ ঠাইত নতুন এটা ব্যৱস্থাৰ উত্থান ঘটোৱাটো এটা বৈপ্লৱিক প্ৰক্ৰিয়া—যাৰ লগত জড়িত হৈ আছে শ্ৰেণী-সংঘৰ্ষ পুঁজিবাদ পচিবলৈ আৰম্ভ কৰিছে সঁচা; কিন্তু ই এজোপা পচা গছ নহয় যে ই নিজে নিজে ভাগি মাটিত বাগৰি পৰিব। এটা সমাজ-ব্যৱস্থাৰ ঠাইত আন এটা সমাজ-ব্যৱস্থাক স্থাপন কৰিবলৈ বিপ্লৱৰ প্ৰয়োজন হয়, আৰু বিপ্লৱ হ'ল এটা যন্ত্ৰণাময় নিষ্ঠুৰ সংগ্ৰাম, জীৱন-মৰণ সংগ্ৰাম। তদুপৰি শক্তি প্ৰয়োগ কৰি নিজকে পুনৰুজ্জীৱিত কৰিব খোজা পুৰণি ব্যৱস্থাৰ আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰিবলৈকো নতুন ব্যৱস্থা সদা-সতৰ্ক হৈ থাকিব লগা হয়। কমিউনিষ্টে হিংসাক আদৰ্শ পন্থা বুলি বিবেচনা নকৰে; কিন্তু হিংসাৰ উত্তৰ দিব লাগিব হিংসাৰেই। উদাহৰণ স্বৰূপে ফেচিজমৰ বিৰুদ্ধে অহিংসা কেতিয়াও কাৰ্যকৰী হ'ব নোৱাৰে।

ষ্টেলিনৰ যুক্তিত ওৱেলছ সম্পূৰ্ণৰূপে পতিয়ন নগ'ল। তেওঁ আকৌ এবাৰ ষ্টেলিনক বুজাবলৈ চেষ্টা কৰিলে যে পুঁজিবাদী বিশ্বত যি প্ৰতিক্ৰিয়াশীল হিংসাই মূৰ দাঙি উঠি সংগঠিত দুৰ্বৃত্তৰ দৌৰাত্ম্যৰ ৰূপ লৈছে তাৰ বিৰুদ্ধে পুৰণি বিধৰ গোঁড়া সমাজবাদী হিংসা প্ৰয়োগ কৰি একো লাভ নহ'ব। বৰং সমাজবাদীসকলে আইনৰ আশ্ৰয় লৈ আৰু পুলিচৰ সহায়েৰে তেনে প্ৰতিক্ৰিয়াশীল হিংসাৰ প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰাটো বেছি সমীচীন হ'ব।

কিন্তু ষ্টেলিনে কেবাটাও ঐতিহাসিক উদাহৰণ দি ওৱেলছক ঘূৰাই এই কথা বুজাবলৈ চেষ্টা কৰিলে যে ভগ্নপ্ৰায় তথা মুমূৰ্ষু সমাজ-ব্যৱস্থায়ো স্ব-ইচ্ছাই ইতিহাসৰ মঞ্চৰ পৰা প্ৰস্থান কৰিব নোখোজে। সোতৰ শতিকাত ইংলেণ্ডত পুৰণি সমাজ-ব্যৱস্থা ভাগি পৰা বহুতে অনুভৱ কৰিছিল; কিন্তু তাক ধৰাশায়ী কৰিবলৈ ক্ৰমৱেলে শক্তি প্ৰয়োগ কৰিব লগা হৈছিল। জাৰৰ ৰাছিয়াৰ সমাজ-ব্যৱস্থা বহুদিন ধৰি ক্ষয়প্ৰাপ্ত

হৈছিল। কিন্তু তাকো উৎখাত কৰিবলৈ ঘটাব লগা হৈছিল বিপুল ৰক্তপাত। অৰ্থাৎ একে আষাৰে ক'বলৈ গ'লে ষ্টেলিনৰ মতে শক্তি-প্ৰয়োগৰ অবিহনে যেনেকৈ নতুন সমাজ-ব্যৱস্থা গঢ়িব নোৱাৰি, ঠিক তেনেকৈ সেই সমাজ-ব্যৱস্থাক ৰক্ষা কৰিবলৈকো শক্তি-প্ৰয়োগ অপৰিহাৰ্য।

ষ্টেলিনৰ যুক্তি শুনি ওৱেলছে ক'লে—'শক্তি প্ৰয়োগ যে কৰিব লগা হয় সেই কথা মই অস্বীকাৰ নকৰোঁ। কিন্তু মই ভাবোঁ যে প্ৰচলিত আইনে যিবোৰ সুযোগ আগবঢ়ায় সেইবোৰৰ পূৰ্ণ সদ্ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰি, অৰ্থাৎ সেইবোৰৰ লগত যথাসম্ভৱ নিজকে খাপ খুৱাই সংগ্ৰামৰ ৰূপ নিৰ্ধাৰণ কৰিবলৈ চেষ্টা কৰা উচিত। প্ৰতিক্ৰিয়াশীল আক্ৰমণৰ পৰা সেই আইনবোৰক ৰক্ষা কৰা উচিত। পুৰণি ব্যৱস্থাটোক উপৰ্যুপৰি আঘাত কৰি ভাঙি পেলোৱাৰ কোনো দৰকাৰ নাই, কাৰণ সি নিজে নিজেই ভাগি পৰিছে। সেই কাৰণেই মই ভাবোঁ যে পুৰণি ব্যৱস্থা আৰু আইনৰ বিৰুদ্ধে সশস্ত্ৰ বিদ্ৰোহ এতিয়া অচল আৰু পুৰণিকলীয়া হৈ পৰিছে। মই মোৰ দৃষ্টিভংগীটো তলত দিয়া ধৰণে স্পষ্ট ৰূপত প্ৰকাশ কৰিব খোজোঁ ঃ প্ৰথম, মই শৃংখলাৰ পক্ষপাতী; দ্বিতীয়, বৰ্তমানৰ ব্যৱস্থাই যিমান দূৰলৈকে শৃংখলা সুনিশ্চিত কৰিব নোৱাৰে সিমান দূৰলৈকে মই বৰ্তমানৰ ব্যৱস্থাৰ বিৰোধিতা কৰোঁ; তৃতীয়, সমাজবাদ প্ৰতিষ্ঠাৰ কাৰণে যিসকল শিক্ষিত মানুহৰ সহায়-সমৰ্থনৰ দৰকাৰ হ'ব তেওঁলোকক শ্ৰেণী-সংগ্ৰামৰ আদৰ্শ-প্ৰচাৰে সমাজবাদৰ পৰা দূৰলৈ ঠেলি দিব।

শিক্ষিত মানুহৰ প্ৰসঙ্গত ষ্টেলিনে ওৱেলছক সুধিলে—'আপুনি যে শিক্ষিত মানুহৰ কথা কৈছে, কেনে ধৰণৰ শিক্ষিত মানুহৰ কথা মনত পেলাই আপুনি এই কথা কৈছে? সোতৰ শতিকাৰ ইংলেণ্ডত এই শিক্ষিত মানুহবোৰেই পুৰণি ব্যৱস্থাৰ সপক্ষে থিয় দিয়া নাছিলনে? ওঠৰ শতিকাৰ শেষত ফ্ৰান্সত আৰু অক্টোবৰৰ বিপ্লৱৰ সময়ত ৰাছিয়াত এই শিক্ষিত মানুহবোৰ কাৰ পক্ষত আছিল? আচলতে শিক্ষা হ'ল এপাট অস্ত্ৰ; তাৰ ব্যৱহাৰে কেনে ফল দিব সেইটো নিৰ্ভৰ কৰিব অস্ত্ৰপাট ব্যৱহাৰ কৰোঁতাজনৰ ওপৰত। কোনো সন্দেহ নাই যে সৰ্বহাৰা আৰু সমাজবাদৰ কাৰণে শিক্ষিত মানুহৰ দৰকাৰ হ'ব। সমাজবাদ স্থাপন কৰাৰ কামত গজমূৰ্খই সৰ্বহাৰাক সহায় কৰিব নোৱাৰে। কিন্তু শিক্ষিত মানুহৰ মাজতো প্ৰকাৰ-ভেদ আছে। আমি কোনবোৰ শিক্ষিত মানুহৰ কথা কৈছোঁ সেই কথাও চিন্তা কৰি চাব লাগিব।'

ইমানপৰে ষ্টেলিনে ওৱেলছৰ প্ৰতিটো যুক্তিৰে বিৰোধিতা কৰি থাকিলেও এটা কথাত কিন্তু ওৱেলছৰ লগত একমত হ'বলৈ তেওঁ বাধ্য হ'ল। ওৱেলছে কৈছিল যে শিক্ষা-ব্যৱস্থাত বৈপ্লৱিক পৰিৱৰ্তন ননালৈকে বিপ্লৱ হ'ব নোৱাৰে। নিজৰ কথাৰ সমৰ্থনত ওৱেলছে দুটা ঐতিহাসিক উদাহৰণ দিলে। জাৰ্মানীয়ে পুৰণি শিক্ষা-ব্যৱস্থাত

হাত দিব নোখোজাৰ কাৰণে দেশখন কেতিয়াও ৰিপাব্লিক হ'ব নোৱাৰিলে। দ্বিতীয়তে, শিক্ষা-ব্যৱস্থাত বৈপ্লৱিক পৰিৱৰ্তন আনিবলৈ ব্ৰিটিছ বনুৱা দলে সাহস দেখুৱাব পৰা নাই।

ষ্টেলিনে ওৱেলছৰ সেই কথাৰ লগত একমত হৈ ক'লে—'এতিয়া আপুনি অলপ আগতে কোৱা তিনিটা কথাৰ উত্তৰ দিবলৈ মোক অনুমতি দিয়ক।

প্ৰথম, বিপ্লৱৰ কাৰণে লাগিব এটা বিৰাট সামাজিক শক্তি। সেই শক্তিটো হ'ল শ্ৰমিক শ্ৰেণী।

দ্বিতীয়, মূল শক্তিটোৰ লগতে এটা সহায়ক শক্তিৰ দৰকাৰ। সেই সহায়ক শক্তিটোকে কমিউনিষ্টসকলে পাৰ্টী বুলি কয়। এই পাৰ্টীত থাকে বুদ্ধিমান শ্ৰমিকসকল আৰু শ্ৰমিক শ্ৰেণীৰ লগত ঘনিষ্ঠভাৱে জড়িত শিক্ষিত কাৰিকৰী শ্ৰেণীৰ লোকসকল। শিক্ষিত শ্ৰেণী তেতিয়াহে শক্তিশালী হয়—যেতিয়া তেওঁলোক শ্ৰমিক শ্ৰেণীৰ লগত থাকে। শ্ৰমিক শ্ৰেণীৰ বিৰুদ্ধে গ'লেই শিক্ষিত শ্ৰেণী অকামিলা শূন্যত পৰ্যবসিত হয়।

তৃতীয়, পৰিৱৰ্তনৰ আহিলা হিচাপে ৰাজনৈতিক শক্তিৰ প্ৰয়োজন হয়, নতুন ৰাজনৈতিক শক্তিয়ে নতুন আইন প্ৰণয়ন কৰে আৰু নতুন শৃংখলা স্থাপন কৰে। সেই নতুন শৃংখলা হ'ল বৈপ্লৱিক শৃংখলা।

ওৱেলছে ষ্টেলিনক কৈছিল যে তেওঁৰ প্ৰথম পছন্দ হ'ল শৃংখলা। কিন্তু ষ্টেলিনে কেৱল সেই ধৰণৰ শৃংখলাহে বিচাৰে, যি শৃংখলা শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থৰ পৰিপন্থী নহয়। ষ্টেলিনে ওৱেলছৰ এই ধাৰণাও ভ্ৰান্ত বুলি খণ্ডন কৰিবলৈ চেষ্টা কৰিলে যে কমিউনিষ্টসকল খুব হিংসা-প্ৰিয়। শাসক শ্ৰেণীয়ে যদি শ্ৰমিক শ্ৰেণীক স্ব-ইচ্ছাই নিজৰ ঠাই এৰি দিবলৈ ৰাজী হয়, তেন্তে হিংসাৰ পথ পৰিহাৰ কৰিবলৈ কমিউনিষ্টসকলৰ একো আপত্তি নাই। কিন্তু ইতিহাসত তেনে ঘটনা ঘটাৰ কোনো নজিৰ নাই।

ওৱেলছৰ লগত দীঘলীয়া কথা পাতি ষ্টেলিনৰ মনত এনে এটা ধাৰণা হ'ল যে ওৱেলছে বিপ্লৱতকৈ সংস্কাৰৰ ওপৰত বেছি জোৰ দিছে, বা দুয়োটাকে সমাৰ্থক কৰি পেলাইছে। সংস্কাৰ আৰু বিপ্লৱৰ পাৰ্থক্য ব্যাখ্যা কৰি ষ্টেলিনে ওৱেলছক ক'লে—'তলৰ পৰা অহা জনগণৰ হেঁচাত পৰি বুৰ্জোৱা শ্ৰেণীয়ে কেতিয়াবা আংশিক সংস্কাৰৰ দাবী মানি লয়; কিন্তু প্ৰচলিত আৰ্থ-সামাজিক ব্যৱস্থাৰ ভেটিটোত আঘাত পৰিবলৈ নিদিয়ে। তেওঁলোকে বিশ্বাস কৰে যে শ্ৰেণী-শাসন অব্যাহত ৰাখিবলৈ জনগণক কিছু কনচেশ্যান দিয়া দৰকাৰ। এইটোৱেই হ'ল সংস্কাৰৰ মূল কথা। কিন্তু আনহাতে, বিপ্লৱৰ অৰ্থ হ'ল এটা শ্ৰেণীৰ পৰা আন এটা শ্ৰেণীলৈ ক্ষমতা হস্তান্তৰ। সেই কাৰণেই কোনো সংস্কাৰকে বিপ্লৱৰ আখ্যা দিব নোৱাৰি।'

ষ্টেলিনৰ পৰা বিদায় লোৱাৰ আগতে ওৱেলছে ছোভিয়েট ৰাষ্ট্ৰৰ কিছু প্ৰশংসা

কৰি ক'লে—'মই মাত্ৰ কালিহে ইয়াত আহি উপস্থিত হৈছোঁ। কিন্তু মই ইতিমধ্যেই স্বাস্থ্যৱান পুৰুষ আৰু নাৰীৰ সুখী মুখবোৰ দেখিবলৈ পাইছোঁ। মই বুজি পাইছোঁ যে যথেষ্ট গুৰুত্বপূৰ্ণ বহুতো কাম ইতিমধ্যে কৰা হৈছে। ১৯২০ চনৰ অৱস্থাৰ লগত এতিয়াৰ অৱস্থাৰ পাৰ্থক্যটো সঁচাকৈয়ে বিস্ময়কৰ।

*ষ্টেলিন ঃ* আৰু বহুত বেছি কাম কৰিব পৰা হ'লহেঁতেন—যদিহে বলশ্বেভিকবোৰ আৰু অলপ বেছি বুদ্ধিমান হ'লহেঁতেন।

*ওৱেলছ ঃ* ওহোঁ, মই সেই কথা নামানো। বলশ্বেভিকবোৰ নহয়, মানুহ নামৰ প্ৰাণীটো যদি আৰু অলপ বেছি বুদ্ধিমান হ'লহেঁতেন.....। নিখুঁত সমাজ-ব্যৱস্থা গঢ়ি তুলিবৰ কাৰণে যিবোৰ গুণৰ দৰকাৰ সেইবোৰ মানুহৰ মগজত নাই। মানুহৰ মগজটোৰ পুনৰ্গঠন কৰিবলৈ এটা পঞ্চবাৰ্ষিকী পৰিকল্পনা আৱিষ্কাৰ কৰিব পৰা হ'লে সেইটো সঁচাকৈয়ে এটা ভাল কথা হ'লহেঁতেন।' (হাঁহি)

*(যি বছৰত এইচ জি ওৱেলছে ষ্টেলিনক সাক্ষাৎ কৰি দীঘলীয়া কথা-বাৰ্তা পাতিছিল সেই একেটা বছৰতে অৰ্থাৎ ১৯৩৪ চনত আৰু এজন বিশ্ববিখ্যাত মানুহে ষ্টেলিনৰ সাক্ষাৎকাৰ লৈছিল। তেওঁ আছিল এমিল লুডৱিগ—জীৱনীকাৰ হিচাপে যিজনে বিপুল খ্যাতি অৰ্জন কৰিছিল। উইল ডুৰাণ্টে প্ৰস্তুত কৰা 'এশখন অৱশ্য-পাঠ্য কিতাপৰ তালিকা'ত এইচ জি ওৱেলছৰ 'বিশ্ব ইতিহাসৰ ৰূপৰেখা'কো অন্তৰ্ভুক্ত কৰা হৈছে বুলি ওপৰত কৈ অহা হৈছে। সেই এশখন কিতাপৰ তালিকাত এমিল লুডৱিগৰ এখন কিতাপৰ নাম আছে। কিতাপখন হ'ল নেপোলিয়নৰ জীৱনী। এমিল লুডৱিগে ষ্টেলিনৰো জীৱনী লিখিছে।)*

# এমিল লুডৱিগ আৰু যোছেফ ষ্টেলিনৰ কথোপকথন

কেই সপ্তাহমানৰ আগতে এই শিতানত পাঠকসকলে এইচ জি ওৱেলছ আৰু যোছেফ ষ্টেলিনৰ কথোপকথন পঢ়িবলৈ পাইছিল। আজি এমিল লুডৱিগ আৰু যোছেফ ষ্টেলিনৰ কথোপকথনৰ সাৰাংশ পাঠকসকললৈ আগবঢ়োৱা হ'ল। ওৱেলছ আৰু লুডৱিগৰ ক্ষেত্ৰত দুটা বিষয়ত মিল দেখা গৈছে। প্ৰথমটো মিল হ'ল এই যে উইল ডুৰাণ্টে প্ৰতিজন শিক্ষিত মানুহৰ অৱশ্য-পাঠ্য এশখন কিতাপৰ যিখন তালিকা প্ৰস্তুত কৰিছে সেই তালিকাত লুডৱিগ আৰু ওৱেলছ দুয়োজনৰ কিতাপে ঠাই পাইছে। উইল ডুৰাণ্টে ছুপাৰিছ কৰা এমিল লুডৱিগৰ কিতাপখনৰ নাম হ'ল 'নেপোলিয়ন', আৰু ওৱেলছৰ কিতাপখনৰ নাম হ'ল 'বিশ্ব ইতিহাসৰ ৰূপৰেখা' (An outline of the History of the Wrold)। দ্বিতীয় মিলটো হ'ল এই যে ওৱেলছ আৰু লুডৱিগ দুয়োজনেই একেটা বছৰতে, অৰ্থাৎ ১৯৩৪ চনত ষ্টেলিনৰ সাক্ষাৎকাৰ লৈছিল।

জন্মসূত্ৰে জাৰ্মান এমিল লুডৱিগ কুৰি শতিকাৰ আটাইতকৈ বিখ্যাত আৰু জনপ্ৰিয় জীৱনীকাৰসকলৰ ভিতৰত এজন। উইল ডুৰাণ্টৰ এশখন অৱশ্য-পাঠ্য কিতাপৰ তালিকাত তেওঁৰ 'নেপোলিয়ন' নামৰ কিতাপখনে ঠাই পোৱা কথাটোৱেই জীৱনীকাৰ হিচাপে তেওঁৰ গুৰুত্ব প্ৰমাণ কৰে। মই কিন্তু তেওঁৰ কেৱল দুখন কিতাপৰহে নাম জানো, আৰু সেই দুয়োখনেই পঢ়িছোঁ। তেওঁ লিখা আনবোৰ কিতাপৰ মই নামো নাজানো, পঢ়িও পোৱা নাই। মই পঢ়া তেওঁৰ কিতাপ দুখনৰ নাম হ'ল 'নেপোলিয়ন' আৰু 'লাইফ অব্ ষ্টেলিন'। 'ষ্টেলিন'খন বহুত বছৰৰ আগতে পঢ়িছিলো। মাত্ৰ এটা কথাৰ বাহিৰে কিতাপখনৰ বাকী সকলো কথাই এতিয়া পাহৰি গৈছোঁ। মনত থকা কথাটো হ'ল ক্ৰেমলিনত ষ্টেলিন আৰু চাৰ্চিলে একেলগে খোৱা ডিনাৰৰ বৰ্ণনা। সন্ধিয়াৰ লগে লগে দুয়ো আলোচনাত বহিল আৰু আলোচনাৰ লগে লগে পান-ভোজন চলি থাকিল। ডিনাৰৰ প্ৰধান পদটো আছিল মাজনিশাৰ পিছত। সেইটো আছিল 'বাৰবিকিউ' কৰা অৰ্থাৎ লোহাৰ শলাত ওলোমাই গোটে গোটে জুইত সেকা গাহৰি। ষ্টেলিন আৰু চাৰ্চিলৰ মাজৰ টেবুলখনত গাহৰিটো থোৱা হ'ল। দুয়ো কথা পাতি পাতি গাহৰিটো দুফালৰ পৰা খাবলৈ ধৰিলে। ৰাতিপুৱাৰ লগে লগে

গাহৰি খাই শেষ হ'ল, আৰু তেওঁলোক দুজনৰ আলোচনাও শেষ হ'ল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে ঊনৈশ শতিকাৰ ইউৰোপৰ ভাগ্য-নিয়ন্তা বিছমাৰ্কো আছিল প্ৰচণ্ড ভোজন-বিলাসী। তেওঁ নিজেই কৈছিল—'মই যদি দকচি মদ আৰু মাংস খাবলৈ নাপাওঁ, তেন্তে মই ইউৰোপত শান্তি স্থাপন কৰিম কেনেকৈ?'

এইচ জি ওৱেলছৰ সাক্ষাৎকাৰত আমি ষ্টেলিনৰ কেৱল কথাবোৰ শুনিবলৈ পাওঁ, অৰ্থাৎ বিভিন্ন বিষয়ৰ ওপৰত আমি কেৱল তেওঁৰ মতামতবোৰ জানিব পাৰোঁ। তেজ-মাংসৰ মানুহজনক আমি তেওঁৰ সাক্ষাৎকাৰত একেবাৰেই বিচাৰি নাপাওঁ। সেই কাৰণে কোনোবা এজনে মন্তব্য কৰিছিল যে ওৱেলছৰ সাক্ষাৎকাৰ পঢ়িলে এনেহে লাগে—যেন তেওঁ এটা গ্ৰামোফোনৰ লগত কথা পাতিছিল। কিন্তু যিহেতু এমিল লুডৱিগ এজন জীৱনীকাৰ, সেই কাৰণে তেওঁৰ সাক্ষাৎকাৰত আমি ষ্টেলিনৰ শাৰীৰিক উপস্থিতিও অনুভৱ কৰোঁ।

ষ্টেলিনৰ লগত দেখাদেখি হোৱাৰ প্ৰথম মুহূৰ্তটোৰ বৰ্ণনা কৰি এমিল লুডৱিগে লিখিছে—'ষ্টেলিনক লগ পাবলৈ আগবাঢ়োতে আমি যি তিনি-চাৰিটা কোঠা আৰু কৰিড'ৰৰ মাজেদি যাব লগা হৈছিল সেই আটাইকেইটাই আছিল অতি সৰলভাৱে কিন্তু নিপুণভাৱে সজ্জিত। ষ্টেলিনৰ কোঠাৰ দুৱাৰমুখলৈ পাৰি থোৱা আছিল বহল ৰঙা পাৰি দিয়া এখন দলিচা। আমি কোঠাত ভৰি দিয়াৰ লগে লগে ষ্টেলিনে আমাক স্বাগতম জনালে। মই লগত নিছিলো এজন ডেকা সাংবাদিকক। তেওঁ কেবাটাও ভাষা জানে আৰু নিখুঁতভাৱে অনুবাদ কৰিব পাৰে। মই জীৱনত যিমানবোৰ বিশিষ্ট ব্যক্তিৰ সাক্ষাৎকাৰ লৈছোঁ সেইসকলৰ ভিতৰত কেৱল ষ্টেলিন আৰু মুস্তাফা কামালৰ লগতহে মই দোভাষীৰ যোগেদি কথা পাতিব লগা হৈছিল। আমি যিটো কোঠাত ভৰি দিলো সেই কোঠাটো আছিল খুব দীঘল। কোঠাটোৰ সিটো মূৰত পাতল মুগা বৰণৰ জেকেট পিন্ধা এজন মজলীয়া বিধৰ শকত মানুহ; তেওঁ চকীৰ পৰা উঠি থিয় হ'ল। তেওঁৰ কোঠাটো আছিল ডাক্তৰৰ কনছাল্টিং ৰুমৰ নিচিনা স্বাস্থ্যসন্মতভাৱে পৰিষ্কাৰ; তেওঁৰ সাজ-পোছাকো আছিল অসম্ভৱ পৰিপাটি। কোঠাটোৰ সোঁমাজত আছিল এখন টেবুল; তাৰ ওপৰত পানীৰ বটল, গিলাচ আৰু কেবাটাও ডাঙৰ ছাইদানি। য'ত যি বস্তু থাকিব লাগে ঠিক তাকেই থোৱা হৈছে। কোঠাটোৰ বেৰবোৰৰ ৰং আছিল গাঢ় সেউজীয়া। বেৰত লেনিন আৰু মাৰ্ক্সৰ বাহিৰেও মই চিনি নোপোৱা কেবাজনো মানুহৰ ছবি আঁৰি থোৱা আছিল। ষ্টেলিনৰ টেবুলখন আছিল অতিশয় পৰিপাটি। টেবুলৰ ওপৰত লেনিনৰ ফটোগ্ৰাফৰ উপৰি চাৰি-পাঁচটামান টেলিফোন আছিল—যিটো বস্তু সকলো চৰকাৰী অফিচতে থাকে।'

এমিল লুডৱিগৰ বৰ্ণনাৰ পৰা বুজা যায় যে ষ্টেলিনৰ শিষ্টাচাৰ আছিল নিখুঁত।

তেওঁ এমিল লুডৱিগলৈ এটা চিগাৰেট আগবঢ়াই ক'লে যে তেওঁৰ হাতত কমেও ডেৰঘণ্টা সময় আছে আৰু এমিল লুডৱিগে খুচিমতে যিকোনো প্ৰশ্ন তেওঁক সুধিব পাৰে। ষ্টেলিনে নিৰ্দিষ্ট কৰি দিয়া ডেৰঘণ্টা সময় পাৰ হৈ যোৱাৰ পিছত এমিল লুডৱিগে হাতঘড়ীটো উলিয়াই সময় চালে। তেতিয়া ষ্টেলিনে তেওঁক ঘড়ী নাচাবলৈ ইংগিত দি আৰু আধাঘণ্টা সময় বেছিকৈ কথা পাতিলে।

এমিল লুডৱিগৰ বৰ্ণনাৰ পৰা ষ্টেলিনৰ স্বভাৱৰ আৰু কিছুমান বৈশিষ্ট্যৰ কথা আমি জানিব পাৰোঁ। যি দুঘণ্টা সময় ষ্টেলিনে লুডৱিগৰ লগত কথা পাতিছিল সেই প্ৰায় গোটেইখিনি সময় তেওঁ লুডৱিগৰ মুখৰ ফালে এবাৰো চোৱা নাছিল। এটুকুৰা কাগজত এডাল ৰঙা-নীলা পেঞ্চিলৰ ৰঙা আগটোৰে ছবি অঁকা কামত তেওঁ ব্যস্ত হৈ আছিল। লুডৱিগে এই কথাও লক্ষ্য কৰিছিল যে ষ্টেলিনে এবাৰৰ কাৰণেও পেঞ্চিলডালৰ নীলা আগটো ব্যৱহাৰ কৰা নাছিল। কথা পাতি থাকোঁতে ছবিৰে বহুত কাগজ ভৰাই পেলোৱাৰ পিছত ষ্টেলিনে সেইবোৰ টুকুৰা টুকুৰ কৰি ফালি পেলায়। ষ্টেলিনৰ মুখৰ ভাব-ভঙ্গী ভালকৈ নিৰীক্ষণ কৰি লুডৱিগৰ মনত এনে এটা ধাৰণা হৈছিল যে জীৱনৰ অভিজ্ঞতাই তেওঁক সকলো মানুহকে সন্দেহৰ চকুৰে চাবলৈ শিকাইছিল—যাৰ ফলত তেওঁ হৈ পৰিছিল এজন খুব অকলশৰীয়া মানুহ। ষ্টেলিনৰ কণ্ঠস্বৰো নিজস্ব এক বৈশিষ্ট্য আছিল। মাতত খুব আৱেগ ঢালি দি কথা কোৱা মানুহ তেওঁ নাছিল। তেওঁৰ মুখৰ পৰা প্ৰতিটো শব্দ এটা এটাকৈ সৰি পৰিছিল হাতুৰীৰ আঘাতৰ দৰে। লুডৱিগৰ মনত এনে ধাৰণা হৈছিল যে আনক ৰক্ষা কৰিবৰ কাৰণেই যেন ষ্টেলিনৰ জন্ম হৈছিল। তেওঁৰ সমুখত থিয় হৈ বহুতো পুৰুষ আৰু তিৰোতাই বেঙে-মূতা গৰুৰ দৰে কঁপিছিল; কিন্তু এটা শিশু বা এটা পশুৱে তেওঁৰ সমুখত তেনে কাম কৰাৰ কথা কল্পনা কৰাও সম্ভৱ নাছিল। লুডৱিগৰ মতে, অতীতৰ কোনোবা এটা যুগত হোৱা হ'লে এনে মানুহক 'ৰাষ্ট্ৰপিতা' বুলি অভিহিত কৰা হ'লহেঁতেন।

ষ্টেলিনে লুডৱিগৰ প্ৰতিটো প্ৰশ্নৰ অতি বিশদভাৱে উত্তৰ দিছিল। কথা ক'বলৈ তেওঁ চুটি আৰু পৰিষ্কাৰ বাক্য ব্যৱহাৰ কৰিছিল। তেওঁ আৱেগ পৰিহাৰ কৰি যুক্তি-সহকাৰে সকলো কথা চিন্তা কৰিছিল। ষ্টেলিনে ইমান যুক্তিপূৰ্ণভাৱে চিন্তা কৰিব জানিছিল আৰু প্ৰাঞ্জলভাৱে নিজৰ বক্তব্য প্ৰকাশ কৰিব পাৰিছিল যে এবাৰৰ কাৰণেও তেওঁ নিজৰ বক্তব্য শুদ্ধ কৰিব লগা হোৱা নাছিল। বহুতো বিশ্ববিখ্যাত নেতাৰ লগত সাক্ষাতৰ অভিজ্ঞতা থকা এমিল লুডৱিগে মন্তব্য কৰিছে যে ষ্টেলিনৰ সমতুল্য আত্মবিশ্বাস তেওঁ আন কোনো নেতাৰ মাজত দেখা নাছিল।

এমিল লুডৱিগে ষ্টেলিনক সোধা প্ৰথম প্ৰশ্নটো আছিল : 'আপুনি জীৱনৰ বেছিভাগ সময় ষড়যন্ত্ৰ কৰিয়েই কটালে। এতিয়া আপুনি ভাবে নেকি যে আপোনাৰ

শাসনত কোনো ধৰণৰ বে-আইনী আন্দোলন বা বিক্ষোভ সম্ভৱ নহ'ব?'

'অন্ততঃ কিছুদূৰ পৰ্যন্ত সেইটো সম্ভৱ'—ষ্টেলিনে উত্তৰ দিলে।

'এনে এটা আশংকা আছে কাৰণেই বিপ্লৱৰ পোন্ধৰ বছৰৰ পিছতো আপোনাৰ শাসন ইমান কঠোৰ হৈ আছে নেকি?'

'নহয়, সেইটো নহয়। শাসন কঠোৰ কৰি ৰখাৰ কাৰণ ব্যাখ্যা কৰিবলৈ মই কেইটামান ঐতিহাসিক উদাহৰণ দিম। বলশ্বেভিকসকল ক্ষমতালৈ অহাৰ পিছত তেওঁলোকে শত্ৰুৰ প্ৰতি অতি নৰম মনোভাব প্ৰদৰ্শন কৰিছিল। উদাহৰণ স্বৰূপে সেই সময়ত মেনশ্বেভিকসকলৰ নিজস্ব বৈধ বাতৰি কাকত আছিল। আনকি সামৰিক প্ৰশিক্ষাৰ্থীসকলৰো নিজস্ব বাতৰি কাকত আছিল। যেতিয়া পকাচুলীয়া জেনেৰেল ক্ৰেছনৱই লেনিনগ্ৰাড আগ্ৰমণ কৰাৰ সময়ত আমি তেওঁক গ্ৰেপ্তাৰ কৰিছিলো, তেতিয়া সামৰিক শাসনৰ আইন অনুযায়ী তেওঁক ফাঁচি দিয়া বা কাৰাদণ্ড বিহা উচিত আছিল। কিন্তু তেওঁৰ প্ৰতিশ্ৰুতিৰ ওপৰত আস্থা ৰাখি আমি তেওঁক মুক্তি দিছিলো। কিন্তু অতি সোনকালেই আমি এই কথা বুজি পালো যে আমি বিপদ মাতি আনিছোঁ সেই ব্যৱস্থাটোলৈ—যিটো ব্যৱস্থা আমি ইমান কষ্ট কৰি গঢ়ি তুলিব খুজিছোঁ। আমি আৰম্ভণিতেই ডাঙৰ ভুল কৰিবলৈ ওলাইছিলো। এনেবোৰ শক্তিৰ বিৰুদ্ধে দয়া প্ৰদৰ্শন শ্ৰমিক শ্ৰেণীৰ বিৰুদ্ধে অপৰাধৰ বাহিৰে আন একো নহয়। মেনশ্বেভিক প্ৰভৃতি যিবোৰ দল-উপদল আৰু ব্যক্তিৰ প্ৰতি আমি নৰম মনোভাব দেখুৱাইছিলো তেওঁলোকে পশ্চিমীয়া শক্তিবোৰৰ সহায় লৈ আমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ ধৰিলে। তেতিয়াহে আমি উপলব্ধি কৰিলো যে একমাত্ৰ চৰম কঠোৰতা আৰু শক্তি প্ৰদৰ্শনৰ দ্বাৰাহে আমি নিজৰ উদ্দেশ্য সাধনৰ বাটত আগবাঢ়িব পাৰিম।'

ষ্টেলিনৰ কথা শুনি লুডৱিগে ক'লে—'এই নিষ্ঠুৰতাৰ নীতিয়ে ব্যাপক ভয় আৰু সন্ত্ৰাস সৃষ্টি কৰিছে। মোৰ এনেকুৱা ধাৰণা হৈছে যে এইখন দেশত প্ৰতিজন লোকেই ভীতিগ্ৰস্ত। ৰাছিয়াৰ মানুহে দীৰ্ঘকাল ধৰি কষ্ট ভোগ কৰিছে আৰু তেওঁলোকক বাধ্য হ'বলৈ শিকোৱা হৈছে। সেই কাৰণে আপোনাৰ এই সম্পৰীক্ষা কেৱল ৰাছিয়াতহে কৃতকাৰ্য হ'ব পাৰে।'

'আপোনাৰ বুজাত ভুল হৈছে'—ষ্টেলিনে ক'লে—'এই ভুলটো সকলোৱেই কৰে। আপুনি ভাবে নেকি যে মানুহক কেৱল ভীতিগ্ৰস্ত কৰি ৰাখি চৈধ্য বছৰ ক্ষমতাত থকাটো সম্ভৱ? অসম্ভৱ। মানুহক কেনেকৈ ভীতিগ্ৰস্ত কৰি শাসন কৰিব লাগে সেই কথা খুব ভালকৈ জানিছিল জাৰে (Czar)। ইউৰোপত এইটো বহুদিন চলি থকা পুৰণি সম্পৰীক্ষা। ৰাছিয়াৰ মানুহক ভীতিগ্ৰস্ত কৰি ৰখাত জাৰক সহায় কৰিছিল ফ্ৰান্সৰ বুৰ্জোৱা শ্ৰেণীয়ে। তাৰ ফল কি হ'ল? শূন্য।'

'কিন্তু এই নীতি অনুসৰণ কৰিয়েই ৰোমানভ্‌সকলৰ পক্ষে তিনিশ বছৰ ক্ষমতাত থকাটো সম্ভৱ হৈছিল'—লুডৱিগে উত্তৰ দিলে।

'হয়, সেই কথা ঠিক। কিন্তু ৰোমানভ্‌সকলৰ বিৰুদ্ধে কিমানবাৰ বিদ্রোহ হৈছিল, কিমানবাৰ তেওঁলোকক প্ৰত্যাহ্বান জনোৱা হৈছিল সেই কথা মনত আছেনে? পুৰণি কথা পাহৰি গৈ কেৱল ১৯০৫ চনৰ বিদ্রোহৰ কথাকে মনত পেলাওকচোন। ভয় হ'ল মূলতে প্ৰশাসন কাৰ্যকৰী কৰাৰ এটা প্ৰশ্ন। মানুহৰ মনত আপুনি এবছৰ বা দুবছৰৰ বাবে ভয়ৰ ভাব জগাব পাৰে, আৰু তাকে কৰি সেইখিনি সময়ৰ কাৰণে ভয়ৰ দ্বাৰাই মানুহক শাসন কৰিব পাৰে। কিন্তু কৃষক শ্ৰেণীক আপুনি কেতিয়াও ভয়ৰ দ্বাৰাই শাসন কৰিব নোৱাৰে। দ্বিতীয়তে, ৰাছিয়াৰ শ্ৰমিক শ্ৰেণী আপুনি ভবাৰ নিচিনাকৈ ইমান ভীৰু আৰু দীৰ্ঘ-যন্ত্ৰণা-কাতৰ নহয়।'

সেই একেটা বিষয়ৰ ওপৰত ষ্টেলিনে আৰু কিছু সময় কথা কৈ থাকিল। তেওঁৰ কথা শেষ হোৱাৰ পিছত লুডৱিগে এটা নতুন প্ৰসঙ্গ উত্থাপন কৰি ক'লে—'মই ইয়াত যিমানেই জনগণৰ শক্তিৰ কথা শুনিবলৈ পাওঁ, সিমানেই মই এটা কথা লক্ষ্য কৰি অতি আঁচৰিত হওঁ যে ৰাছিয়াত যিমান বীৰ-পূজা চলে সিমানখিনি আন ক'তো নচলে। অথচ ৰাছিয়াই হ'ল এনে এখন ঠাই—য'ত বীৰ-পূজা দেখিবলৈ কোনেও আশা নকৰে। আপোনালোকে ইতিহাসৰ জড়বাদী ব্যাখ্যাত বিশ্বাস কৰে। মই নকৰোঁ। মই ভাবোঁ যে মানুহেহে ইতিহাস নিৰ্মাণ কৰে। সি যি কি নহওক, আপোনালোকৰ জড়বাদী দৰ্শনে আপোনালোকক বীৰ-পূজাৰ পৰা বিৰত ৰখা উচিত। অথচ ৰাছিয়াত যিফালেই চোৱা যায় সেইফালেই চকুত পৰে নেতাসকলৰ মূৰ্তি আৰু ছবি। যুক্তি-সহকাৰে চাবলৈ গ'লে একমাত্ৰ আপোনাসকলেই কোনো অজ্ঞাতনামা সৈনিক বা আন তেনে কোনো ব্যক্তিক বীৰৰ আসনত বহুৱাই পূজা কৰা উচিত নহয়। এই স্ব-বিৰোধিতাৰ ব্যাখ্যা আপুনি কেনেকৈ কৰিব খোজে?'

'আপুনি ভুল কৰিছে। মাৰ্ক্সে তেওঁৰ ৰচনাৰ যিটো অংশত দৰ্শনৰ দাৰিদ্ৰ্যৰ কথা কৈছে সেই অংশটো আকৌ এবাৰ পঢ়ি চাওক। তাত আপুনি দেখিব যে মানুহেহে ইতিহাস নিৰ্মাণ কৰে বুলি মাৰ্ক্সে লিখি থৈ গৈছে। অৱশ্যে সেয়েই যেনিবা আপুনি ভবা ধৰণে নহয়। মানুহ এটা নিৰ্দিষ্ট সময়ত যি পৰিস্থিতিত বাস কৰিবলৈ বাধ্য হয় সেই পৰিস্থিতিৰ প্ৰতি হোৱা প্ৰতিক্ৰিয়াৰ মাজেদিয়ে মানুহে ইতিহাস নিৰ্মাণ কৰে। প্ৰত্যেক প্ৰজন্মৰ মানুহেই একো একোটা নতুন পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হয়। সাধাৰণভাৱে মহৎ লোকৰ মূল্য নিৰূপণ কৰিব পাৰি পৰিবেশ আৰু পৰিস্থিতিৰ লগত তেওঁৰ মোকাবিলা কৰাৰ সামৰ্থ্যৰ দ্বাৰা। অন্যথাই তেওঁলোক কেৱল ডন কুইক্‌সত মাৰ্ক্সৰ নিজৰ কথা আপুনি মানুহ আৰু পৰিস্থিতিৰ প্ৰতি তুলনা কৰা উচিত নহয়।

মোৰ নিজৰ বিশ্বাস বা ধাৰণা মতে ইতিহাসেহে মানুহ নির্মাণ কৰে। ত্রিশ বছৰ কাল ধৰি আমি মার্ক্স অধ্যয়ন কৰিছোঁ।'

কথা প্ৰসঙ্গত এবাৰ এমিল লুডৱিগে আমেৰিকাৰ কথা উলিয়ালে। তেওঁ ক'লে—'মই ৰাছিয়াৰ সকলো ঠাইতে এটা কথা লক্ষ্য কৰিছোঁ যে ইয়াত আমেৰিকাক বিশেষভাৱে শ্ৰদ্ধা কৰা হয়। এইটো এটা অতি আচৰিত কথা নহয়নে যে পুঁজিবাদৰ শ্ৰাদ্ধ কৰিব বিচৰা ৰাছিয়াই পুঁজিবাদৰ পীঠস্থান আমেৰিকাক ইমান শ্ৰদ্ধা কৰে?'

মুহূর্তৰ কাৰণেও চিন্তা কৰিবলৈ সময় নলৈ ষ্টেলিনে এটা চমৎকাৰ উত্তৰ দিলে—'আপুনি কথাবোৰ অলপ বঢ়াই কৈছে। আমেৰিকাৰ প্ৰতিটো কথাৰ প্ৰতি এই দেশত কোনো ধৰণৰ সাধাৰণ শ্ৰদ্ধাৰ মনোভাৱ নাই। ব্যৱসায়, উদ্যোগ, সাহিত্য আদি সকলো ক্ষেত্ৰতে আমেৰিকানসকলে যি ব্যৱহাৰিক বুদ্ধিৰ পৰিচয় দিয়ে তাৰ প্ৰতিহে ৰাছিয়ানসকলৰ বিশেষ শ্ৰদ্ধা আছে। কিন্তু আমি এই কথা কেতিয়াও পাহৰি নাথাকোঁ যে আমেৰিকা এখন পুঁজিবাদী দেশ। আমেৰিকানসকল বিচক্ষণ মানুহ। অন্ততঃ সেই দেশৰ বহুত মানুহ বিচক্ষণ; দৈহিক আৰু মানসিকভাৱে সুস্থ। কামৰ প্ৰতি আৰু দৈনন্দিন জীৱনৰ ঘটনাৱলীৰ প্ৰতি তেওঁলোকৰ মনোভাৱ সুস্থ। আমেৰিকান জীৱনৰ সৰলতা আৰু ব্যৱহাৰিক দিশটোৱে আমাৰ প্ৰশংসা দাবী কৰে। আমেৰিকান সমাজৰ চৰিত্ৰ পুঁজিবাদী হোৱা সত্ত্বেও সেই দেশৰ ঔদ্যোগিক আৰু ব্যৱহাৰিক জীৱনত চলি থকা প্ৰথাবোৰ ইউৰোপৰ যিকোনো দেশৰ প্ৰথাতকৈ বেছি গণতান্ত্ৰিক, কাৰণ ইউৰোপীয় সমাজৰ পৰা আভিজাত্যৰ প্ৰভাৱ এতিয়াও দূৰীভূত হোৱা নাই।

ষ্টেলিনৰ কথা শুনি লুডৱিগে প্ৰায় মুখৰ ভিতৰতে কোৱাৰ নিচিনাকৈ সৰু মাতেৰে ক'লে—'কথাটোয়ে কিমান সঁচা সেই কথা আপুনিও কিজানি ভালকৈ নাজানে।'

লুডৱিগে সৰু মাতেৰে কথাটো কৈছিল যদিও তেওঁৰ কথা দোভাষীৰ কাণত পৰিল আৰু তেওঁ লগে লগে ষ্টেলিনে বুজি পোৱাকৈ কথাখিনি অনুবাদ কৰি দিলে।

ষ্টেলিনে ক'লে—'মই নজনা নহয়, মই জানো। ইউৰোপৰ বহু দেশত সামন্ত-যুগীয় চৰকাৰৰ বিলুপ্তি ঘটিছে যদিও সামন্তবাদী মনোভাৱ কিন্তু সেইবোৰ দেশত এতিয়াও সবল আৰু সক্ৰিয় হৈ আছে। সেইবোৰ দেশৰ আভিজাত্যবাদী পৰিবেশত বহুতো বিশেষজ্ঞ আৰু প্ৰযুক্তি-বিশাৰদে এতিয়াও উত্তৰাধিকাৰ সূত্ৰে পোৱা পৰম্পৰা বহন কৰি ফুৰিছে। আমেৰিকাৰ বিষয়ে কিন্তু সেই কথা ক'ব নোৱাৰি। উপনিবেশকাৰীৰ দেশ আমেৰিকাত জমিদাৰ বা অভিজাত সম্প্ৰদায় নাই। সেই কাৰণেই সেই দেশৰ সামাজিক ৰীতি-নীতিত এটা সহজ প্ৰাণ-প্ৰাচুৰ্য দেখা যায়। বাণিজ্য আৰু উদ্যোগত তেওঁলোকৰ সৰলতা ফুটি উঠে, আৰু সেই কথা অতি

সহজেই ৰাছিয়ানসকলৰ চকুত পৰে। আমেৰিকানসকলে যেতিয়া কাম কৰি থাকে তেতিয়া কোনজন নো ইঞ্জিনীয়াৰ আৰু কোন সাধাৰণ শ্ৰমিক সেইটো চিনি পোৱা টান হৈ পৰে।'

আমেৰিকাৰ প্ৰসঙ্গ সিমানতে এৰি লুডৱিগ এইবাৰ ইউৰোপলৈ আহিল। তেওঁ ষ্টেলিনক সুধিলে—'মই যিমানদূৰ জানো, আপুনি ইউৰোপত মাত্ৰ কেইমাহমানহে আছিল। আনহাতে লেনিন আছিল বিশ বছৰ। বিপ্লৱৰ নেতৃত্ব দিবৰ কাৰণে নিজকে প্ৰস্তুত কৰিবলৈ কোনটো বেছি ভাল? স্বদেশত থকাটো, নে বিদেশত?'

ষ্টেলিনে এই প্ৰশ্নৰ 'হয়' বা 'নহয়' একো পোনপটীয়া উত্তৰ নিদি এটা দীঘলীয়া সাধাৰণ ব্যাখ্যা আৰম্ভ কৰিলে।

'লেনিনৰ কথাটো মই এটা ব্যতিক্ৰম বুলি ধৰিম'—তেওঁ ক'বলৈ ধৰিলে—'লেনিনে বিদেশত থাকিয়েই ৰাছিয়াৰ যিমান খবৰ ৰাখিছিল, আমাৰ বহুতেই ৰাছিয়াত থাকিও সিমানখিনি খবৰ ৰাখিব পৰা নাছিল। ১৯০৭, ১৯০৮ আৰু ১৯১২ চনত মই তেওঁক বিদেশত দেখা কৰিছিলো। তেতিয়া মই দেখিছিলো যে তেওঁ ৰাছিয়াৰ ৰাজনীতিকসকলৰ পৰা প্ৰতিদিনে জাপে জাপে চিঠি পাইছিল, আৰু ৰাছিয়াত থকা মানুহতকৈ তেওঁ ৰাছিয়াৰ বিষয়ে বেছি কথা জানিছিল। তথাপি তেওঁ বিদেশত থাকিব লগা হোৱাটো এটা ডাঙৰ দুৰ্ভাগ্যৰ কথা বুলি ভাবিছিল। অৱশ্যে বিপ্লৱৰ কাৰণে কাম কৰা বেছিভাগ মানুহ ৰাছিয়াতেই আছিল, আৰু তেওঁলোকে কৰা কাম আছিল অতি প্ৰশংসনীয়। বিপ্লৱৰ কাৰণে কাম কৰা লোকসকলৰ ভিতৰত দুশজনে যদি ৰাছিয়াত থাকি কাম কৰিছিল, তেন্তে মাত্ৰ এজনেহে বিদেশত থাকি কাম কৰিছিল। আমাৰ বৰ্তমানৰ কেন্দ্ৰীয় কমিটীৰ ৭০ জন সদস্যৰ ভিতৰত মাত্ৰ তিনিজন নে চাৰিজনেহে বিদেশত থাকি বিপ্লৱৰ কাম কৰিছিল।'

'কিন্তু লেনিনে বিদেশত থাকি ইউৰোপৰ বিষয়ে যি জ্ঞান অৰ্জন কৰিছিল, আপুনি তাৰ প্ৰশংসা নকৰেনে, বা বিপ্লৱৰ কাৰণে সেই জ্ঞান অতি মূল্যৱান আছিল বুলি স্বীকাৰ নকৰেনে?'—লুডৱিগে প্ৰশ্ন কৰিলে।

'ইউৰোপ বুলিলে আপুনি কি বুজে? ইউৰোপত প্ৰবাস-জীৱনযাপন কৰা বহুতো মানুহকে আপুনি চিনি পায়। যিসকল লোকে ইউৰোপৰ বিষয়ে অধ্যয়ন কৰিব খোজে তেওঁলোকে সেই কাম ইউৰোপৰ বাহিৰত থাকি কৰাতকৈ ইউৰোপত থাকি নিশ্চয় বেছি ভালকৈ কৰিব পাৰিব। এই অৰ্থত ইউৰোপত অতি কম দিনৰ কাৰণে থাকিবলৈ সুযোগ পোৱা আমাৰ নিচিনা মানুহবোৰে নিশ্চয় ইউৰোপক ভালকৈ জনাৰ বহুতো সুযোগ হেৰুৱাইছোঁ। কিন্তু আমি যদি ইউৰোপৰ অৰ্থনীতিৰ বিষয়ে জ্ঞান আহৰণ কৰাৰ কথা ক'ব খোজোঁ, আমি যদি ঔদ্যোগিক টেকনিক আৰু নেতৃত্বৰ প্ৰশিক্ষণৰ

কথা ক'ব খোজোঁ, ইউৰোপৰ সমগ্ৰ বিজ্ঞান, সাহিত্য আৰু ৰম্য-ৰচনাৰ কথা ক'ব খোজোঁ, তেন্তে মই ভাবোঁ যে সেইবোৰ জ্ঞান আহৰণ কৰিবলৈ ইউৰোপত বাস কৰাৰ কোনো দৰকাৰ নাই। মই মোৰ এনেকুৱা কেবাজনো কমৰেডৰ কথা ক'ব পাৰোঁ—যিসকলে জাৰ্মানীত কুৰি বছৰতকৈ বেছি কাল বাস কৰিছিল। কিন্তু আপুনি যদি তেওঁলোকক জাৰ্মানীৰ বিষয়ে কিবা বিশেষ নিৰ্দিষ্ট প্ৰশ্ন সোধে, তেন্তে তেওঁলোকে তেনেকুৱা এটা প্ৰশ্নৰো উত্তৰ দিব নোৱাৰিব।'

কিছুসময়ৰ পিছত লুডৱিগে 'সমতা'ৰ প্ৰশ্নটো উত্থাপন কৰিলে। সাম্যবাদে সমতাত বিশ্বাস কৰে; কিন্তু লুডৱিগে এটা কথা লক্ষ কৰি আচৰিত হৈছে যে কমিউনিষ্ট ৰাছিয়াত সাম্যবাদৰ পূৰ্বৰ ধাৰণা বা সংজ্ঞা পৰিত্যক্ত হৈছে। ষ্টেলিনে নিজেই এই বুলি মত প্ৰকাশ কৰিছে যে সকলোকে সমান কৰাৰ প্ৰয়াসটো হ'ল মধ্যবিত্ত শ্ৰেণীৰ পক্ষপাতৰ অৱশেষ মাত্ৰ।

লুডৱিগৰ কথা শুনি ষ্টেলিনে ক'লে—'এনেকুৱা কোনো সমাজবাদ মাৰ্ক্সে স্বীকাৰ কৰা নাছিল—যি ধৰণৰ সমাজবাদত সকলোৱেই সমান পৰিমাণে ৰুটি আৰু মাংস পায়, একে ধৰণৰ পিন্ধা কাপোৰ পায়, সমান দৰমহা পায়। মাৰ্ক্সে কেৱল এই কথাহে কৈছিল যে যেতিয়ালৈকে শ্ৰেণীবোৰ সম্পূৰ্ণভাৱে নিশ্চিহ্ন কৰা নহয় আৰু যেতিয়ালৈকে পৰিশ্ৰমক মানুহে কাম বুলি নাভাবে (এতিয়া বেছিভাগ মানুহৰ কাৰণেই কাম এটা বোজা মাত্ৰ), তেতিয়ালৈকে বেছিভাগ মানুহেই নিজে কাম কৰাতকৈ আনে কাম কৰাটো বেছি ভাল পাব। সেই কাৰণে শ্ৰেণী-বৈষম্য নিশ্চিহ্ন নোহোৱালৈকে প্ৰত্যেক মানুহকে পাৰিশ্ৰমিক দিয়া হ'ব তেওঁলোকৰ সামৰ্থ্য আৰু উৎপাদন-দক্ষতা অনুযায়ী। সেইটোৱেই হ'ল সমাজবাদৰ প্ৰথম পৰ্যায়ৰ মাৰ্ক্সীয় সূত্ৰ। যেতিয়া সমাজবাদে সম্পূৰ্ণতা লাভ কৰিব, তেতিয়া প্ৰত্যেক মানুহেই শ্ৰম কৰিব নিজৰ সামৰ্থ্য অনুযায়ী আৰু পাৰিশ্ৰমিক পাব নিজৰ প্ৰয়োজন অনুযায়ী। এই কথা সম্পূৰ্ণ স্পষ্ট হোৱা উচিত যে বেলেগ বেলেগ মানুহৰ প্ৰয়োজনবোৰো বেলেগ বেলেগ হয়, সৰু বা ডাঙৰ হয়। ব্যক্তিগত ৰুচি আৰু প্ৰয়োজনৰ পাৰ্থক্য থকাৰ কথাটো সমাজবাদে কেতিয়াও অস্বীকাৰ কৰা নাই। ষ্টাৰ্ণাৰ আৰু গোথাৰ কাৰ্যসূচী সমালোচনা কৰি মাৰ্ক্সে লিখা প্ৰবন্ধ পঢ়ি চাব। তাত মাৰ্ক্সে সকলোকে সমান কৰাৰ নীতিক আক্ৰমণ কৰিছে। সকলো মানুহক সমান কৰিব লাগিব—এনে এটা ধাৰণা হ'ল আদিম কৃষক মনস্তত্ত্বৰ এটা অংশ মাত্ৰ। ই সমাজবাদী ধাৰণা নহয়।

এই প্ৰসঙ্গতে ষ্টেলিনে ক্ৰমৱেলৰ নামটো টানি আনিছিল আৰু লুডৱিগে তেওঁৰ যুক্তিৰ বিৰোধিতা কৰিব বিচাৰিছিল। কিন্তু কিবা এটা ভাবি তেওঁ সেইটো নকৰি আন এটা বিষয় উত্থাপন কৰিলে। তেওঁ ষ্টেলিনক ক'লে—'মানুহৰ ধাৰণা যে আপুনি

নিজৰ বিষয়ে কিংবদন্তি সৃষ্টি কৰিব নিবিচাৰে। অথচ আপুনি জনপ্ৰিয় হোৱাৰ মূলতেই আছে এনে এটা কিংবদন্তি যে আপোনাৰ মুখৰ পৰা এক মুহূৰ্তৰ কাৰণেও পাইপটো নুগুচে। এই কথা সঁচানে?'

ষ্টেলিনে হাঁহি এটা মাৰি ক'লে—'মই ধূমপান কিমান কৰোঁ সেইটো আপুনি দেখোন নিজ চকুৰেই দেখিলে। আজি ৰাতিপুৱা মই পাইপটো ঘৰতেই এৰি থৈ আহিছোঁ।'

'কিন্তু আপুনি সঁচাকৈয়ে কিংবদন্তিৰ বিৰোধিতা কৰেনে?'

'নকৰোঁ—যদিহে সেইবোৰ সৃষ্টি কৰে সাধাৰণ মানুহে।'

ষ্টেলিনৰ পৰা বিদায় লোৱাৰ আগতে লুডৱিগে সুধিলে—'মোৰ এটা প্ৰশ্নই আপোনাক খুব আচৰিত কৰিব নেকি?'

ষ্টেলিনে একে আষাৰে উত্তৰ দিলে—'ৰাছিয়াত ঘটা কোনো ঘটনাই মোক আচৰিত কৰিব নোৱাৰে।'

লুডৱিগে তেতিয়া তেওঁৰ প্ৰশ্নটো সুধিলে—'আপুনি ভাগ্যত বিশ্বাস কৰেনে?'

ষ্টেলিন হঠাৎ খুব গম্ভীৰ হৈ পৰিল। মোৰ ফালে ঘূৰি তেওঁ মোৰ মুখলৈ স্থিৰ দৃষ্টিৰে চাই পঠিয়ালে। খুব চিন্তিত মুখভঙ্গীৰে তেওঁ কিছুসময় নীৰৱ হৈ ৰ'ল। তাৰ পিছত তেওঁ ক'লে—'নকৰোঁ, মই ভাগ্যত বিশ্বাস নকৰোঁ। সেইটো এটা কু-সংস্কাৰ মাত্ৰ। ই এটা অৰ্থহীন ধাৰণা।' সেইখিনিলৈকে কৈ তেওঁ মুখৰ ভিতৰতে শব্দ কৰি এটা হাঁহি মাৰিলে—যিটো হাঁহি একান্তভাৱে ষ্টেলিনৰ নিজস্ব। তাৰ পিছত তেওঁ আকৌ ক'বলৈ ধৰিলে—'গ্ৰীকসকলে যি ধৰণৰ অৰ্থহীন ধাৰণাত বিশ্বাস কৰিছিল। তেওঁলোকে যিসকল দেৱ-দেৱীত বিশ্বাস কৰিছিল—সেই দেৱ-দেৱীসকলেই ওপৰৰ পৰা সকলো পাৰ্থিৱ ঘটনা নিমন্ত্ৰণ কৰিছিল।'

'আপুনি ইতিমধ্যে শত-সহস্ৰ বিপদ অতিক্ৰম কৰি আহিছে। যুদ্ধ আৰু বিপ্লৱ, নিৰ্বাসন আৰু দেশান্তৰ—সকলো সময়তে বিপদে আপোনাক অনুসৰণ কৰিছিল। এইটো কি কেৱল আপতিক ঘটনা (accident) যে আপুনিও এতিয়াও জীয়াই আছে আৰু আন কোনোবা এজনে আপোনাৰ ঠাই দখল কৰা নাই?'

ষ্টেলিনক সামান্য বিৰক্ত হোৱা যেন দেখা গ'ল। অৱশ্যে সেইটো মাত্ৰ এক মুহূৰ্তৰ কাৰণে। তাৰ পিছত তেওঁ স্পষ্ট গল্‌গলীয়া মাতেৰে ক'লে—'এক্সিডেণ্ট নহয় হেৰ লুডৱিগ, এক্সিডেণ্ট নহয়। সম্ভৱতঃ এনে বহুতো ভিতৰুৱা আৰু বাহিৰা কাৰণ ঘটিছিল—যিবোৰে মৃত্যুৰ মুখৰ পৰা মোক ৰক্ষা কৰিছিল। অৱশ্যে আজি যে এই আসনত আন এজন নবহি মই বহি আছোঁ সেইটোক নিশ্চয় এটা এক্সিডেণ্ট বুলি ক'ব পাৰি।'

কথাবোৰ আৰু বেছি স্পষ্ট কৰিবৰ কাৰণে তেওঁ আকৌ ক'লে—'ভাগ্য হ'ল নিয়মৰ পৰিপন্থী। ই এটা ৰহস্যপূৰ্ণ ধাৰণা, আৰু কোনো ৰহস্যপূৰ্ণ তত্ত্বত মই বিশ্বাস নকৰোঁ। অৱশ্যে মই ইমানবোৰ বিপদৰ পৰা হাত সাৰি আজিলৈকে বাচি থাকিব পৰাৰ নিশ্চয় কিবা কাৰণ আছে। কেৱল এক্সিডেণ্টৰ ফলত সেইটো সম্ভৱ নহ'লহেঁতেন।'

ষ্টেলিনৰ পৰা বিদায় লৈ ওলাই আহি অপেক্ষমান মটৰ গাড়ীত বহাৰ পিছত ষ্টেলিনৰ কথাবোৰ লুডৱিগৰ কাণত বাজিবলৈ ধৰিলে। তেওঁ ভবিবলৈ ধৰিলে—যিটো প্ৰাসাদৰ পৰা তেওঁ এইমাত্ৰ ওলাই আহিল তাত এসময়ত বাস কৰিছিল ৰাছিয়াৰ জাৰসকল। তেওঁলোকৰ হাতলৈ যি ক্ষমতা আহিছিল সি সকলো সময়তে স্বাভাৱিক উপায়েৰে অহা নাছিল। সেই একেটা প্ৰাসাদতে মৃত্যুৱে এদিন তেওঁলোকক গ্ৰাস কৰিলে। আজি সেই একেটা প্ৰাসাদতে বহি জৰ্জিয়াৰ এজন কৃষকৰ সন্তানে 'ভাগ্য' শব্দটো শুনি বিদ্ৰূপৰ হাঁহি মাৰিছে। প্ৰাসাদৰ বিস্তীৰ্ণ প্ৰাঙ্গণত বৃত্তাকাৰে সজাই থোৱা কামানবোৰৰ মাৰ যাব ধৰা বেলিৰ পোহৰত জিকমিকাব ধৰিছে। প্ৰত্যেকটো কামানৰ গাত খোদিত হৈ আছে নেপোলিয়নৰ নামৰ আদ্যাক্ষৰ 'N'। কামানৰ গাত নিজৰ নাম খোদিত কৰি এটা অনুৰ্বৰ দ্বীপৰ পৰা অহা ক্ষুদ্ৰকায় কৰ্পোৰেল এজনে মৃত্যুৰ মুখত ছাব মাৰিব খুজিছিল নিজৰ নাম!

নেপোলিয়নে গ্যেটেক সুধিছিল—'ভাগ্যৰ লগত আপোনাৰ কি সম্পৰ্ক?'

'ৰাজনীতিয়েই হ'ল ভাগ্য।'

# মাৰ্ক্সবাদ

কনফ্যুচিয়াছৰ চিন্তাধাৰাই সুদীৰ্ঘ দুহাজাৰ বছৰ ধৰি চীনাসকলৰ ব্যক্তিগত আৰু সামাজিক জীৱন নিয়ন্ত্ৰণ কৰি আহিছে। মাও জে দং চীনৰ সৰ্বময় শাসনকৰ্তা হৈ থকাৰ সময়ত চি পি ফিংজাৰেল্ড নামৰ এজন সাংবাদিক চীনদেশ ভ্ৰমণ কৰিবলৈ গৈছিল। তাত তেওঁ এটা কথা দেখি অতি আচৰিত হৈছিল যে মাও জে দঙৰ চিন্তাধাৰা-সম্বলিত এখন ক্ষুদ্ৰকায় ৰঙা কিতাপে কনফ্যুচিয়াছৰ প্ৰভাৱকো চেৰ পেলাবলৈ সমৰ্থ হৈছিল। কমিউনিজমক যদি এটা নতুন ধৰ্ম বুলি কল্পনা কৰি লোৱা হয়, তেন্তে মাও জে দঙৰ ৰঙা কিতাপখন হৈ পৰিছিল চীনদেশৰ আবাল-বৃদ্ধ-বনিতা সকলো মানুহৰে অৱশ্য-পাঠ্য শাস্ত্ৰ-গ্ৰন্থ। ফিংজাৰেল্ডৰ মনলৈ তেতিয়াই এটা প্ৰশ্ন আহিছিল ঃ আহিব ধৰা যুগবোৰতো মাও জে দঙৰ চিন্তা-ধাৰা সমানেই প্ৰভাৱশালী হৈ থাকিবনে?

মাও জে দঙৰ মৃত্যু হৈছিল ১৯৭৬ খ্ৰীষ্টাব্দত। যুগ যুগ দূৰৰ কথা, মাও জে দঙৰ শিক্ষা আৰু বাণী পাহৰি যাবলৈ মানুহৰ এটা দশকো সময় নালাগিল। মাওবাদৰ ধ্বংসস্তূপৰ ওপৰত তেওঁৰ ৰাজনৈতিক আৰু আধ্যাত্মিক উত্তৰাধিকাৰীসকলে যি নতুন অৰ্থনৈতিক ব্যৱস্থা গঢ়ি তুলিছে সি মাওবাদ তথা মাৰ্ক্সবাদৰ প্ৰতি চৰম ভেঙুচালিৰ বাহিৰে আন একো নহয়।

মাৰ্ক্সবাদ ভাল নে বেয়া, গ্ৰহণীয় নে বৰ্জনীয়, সি হয়তো এতিয়াও তৰ্কৰ বিষয় হৈ আছে। মাৰ্ক্সবাদ নামৰ এটা নতুন আদৰ্শৰ বেদীত যিসকল লোকে নিজৰ জীৱন উছৰ্গা কৰিছিল তেওঁলোকে জীৱনৰ প্ৰায় শেষ প্ৰান্তত উপনীত হৈ সমস্ত জীৱন ধৰি লালন কৰি অহা আদৰ্শটোক ভুল বুলি স্বীকাৰ কৰিবলৈ নিশ্চয় টান পাব। মাৰ্ক্সবাদ ভাল নে বেয়া সেই বিষয়ে তৰ্কত প্ৰবৃত্ত হোৱাটো আমাৰো উদ্দেশ্য নহয়। কিন্তু চকুৰ আগত ঘটি থকা বাস্তৱ ঘটনাবোৰ দেখিও নেদেখাৰ ভাও জুৰি থকাৰ একো উপায় নাই। বাস্তৱ সত্য হ'ল এইটোৱেই যে মাত্ৰ এটা শতাব্দীৰ ভিতৰতে মাৰ্ক্সবাদৰ যেনেকৈ উত্থান ঘটিছিল ঠিক তেনেকৈ তাৰ পতনো ঘটিছে। গ্ৰীক দাৰ্শনিক প্লেটোৰ সপোনক দিঠকত পৰিণত কৰি এটা দাৰ্শনিক তত্ত্বৰ ওপৰত ভিত্তি কৰি কুৰি শতিকাত এখন ৰাষ্ট্ৰ প্ৰতিষ্ঠিত হৈছিল। দাৰ্শনিক তত্ত্বটো আছিল মাৰ্ক্সবাদ। ৰাষ্ট্ৰখন আছিল ছোভিয়েট ৰাছিয়া। কিন্তু পৃথিৱীৰ কোটি কোটি মানুহৰ মনত নতুন আশা আৰু ভাবোন্মাদনা

জগাই তুলি ১৯১৭ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠিত হোৱা এই নতুন ৰাষ্ট্ৰখন মাত্ৰ এশ বছৰো টিকি থাকিব নোৱাৰিলে। ১৯৮৯ খ্ৰীষ্টাব্দত ৰাছিয়াকে ধৰি সমগ্ৰ পূব ইউৰোপত কমিউনিজমৰ পতন ঘটিল। কমিউনিজমৰ বিশ্ব-বিজয়ৰ আশাতো ধূলিসাৎ হ'লেই; তাৰ লগে লগে কেৱল নামত কমিউনিষ্ট হৈ থকা বাকীবোৰ দেশেও দ্ৰুতগতিৰে নিজৰ ৰং সলনি কৰিবলৈ বাধ্য হ'ল। এতিয়া কেৱল মতান্ধ আৰু দুৰাৰোগ্য আশাবাদীৰ বাহিৰে আন কাৰো পক্ষে মাৰ্ক্সবাদ তথা কমিউনিজমৰ কিবা ভৱিষ্যৎ আছে বুলি কল্পনা কৰাটো অসম্ভৱ।

ভাৰতৰ কমিউনিষ্ট আন্দোলনৰ ইতিহাস প্ৰায় কমিউনিজমৰ ইতিহাসৰ সমানেই পুৰণি। ১৯২০ খ্ৰীষ্টাব্দত মস্কোত স্থাপিত হোৱা ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে ভাৰতৰ মাটিত খোপনি পোতে ১৯২৪ খ্ৰীষ্টাব্দত। ভাৰতলৈ মাৰ্ক্সবাদৰ বাণী কঢ়িয়াই অনা মানবেন্দ্ৰনাথ ৰায় আছিল লেনিন আৰু ট্ৰটস্কিৰ ঘনিষ্ঠ সহকৰ্মী আৰু সম-মৰ্যাদাৰ আন্তৰ্জাতিক নেতা। কিন্তু ভাৰতত কমিউনিষ্ট আন্দোলনৰ এনে শুভাৰম্ভ হোৱা সত্ত্বেও সুদীৰ্ঘ ৭০ বছৰৰ ভিতৰত কমিউনিজমে এই বিশাল দেশৰ মাত্ৰ তিনিখন ৰাজ্য জয় কৰিবলৈ সক্ষম হৈছিল। দেশৰ বেছিভাগ ঠাইতেই কমিউনিজমৰ উপস্থিতি আছিল নগণ্য। সেই তিনিখন ৰাজ্যৰ ভিতৰতো একপ্ৰকাৰৰ অভিলেখ স্থাপন কৰিছিল পশ্চিমবংগই। কিন্তু একে-লেথাৰিয়ে ২৩ বছৰ ক্ষমতাত থকা পশ্চিমবংগৰ চি পি এম নেতৃত্বাধীন বাওঁপন্থী চৰকাৰ সম্প্ৰতি এক চৰম অমৰ্যাদাৰ সন্মুখীন হ'ব লগা হৈছে। মমতা বেনাৰ্জী নামৰ এগৰাকী মহিলাই যোৱা কেইবছৰমান ধৰি পশ্চিমবংগৰ কমিউনিষ্ট চৰকাৰক ক্ষমতাচ্যুত কৰাটোকেই জীৱনৰ একমাত্ৰ ব্ৰত হিচাপে বাছি লৈছিল। তীব্ৰ কমিউনিষ্ট-ঘৃণা আৰু ক্ষমতা-প্ৰীতিৰ বাহিৰে তেওঁৰ আন একো সদৰ্থক ৰাজনৈতিক দৰ্শন তথা কাৰ্যসূচী এতিয়ালৈকে কাৰো চকুত পৰা নাই। অথচ মাত্ৰ সেই সামান্য সম্বল লৈয়েই তেওঁ প্ৰায় ধৰাশায়ী কৰিছে এনে এটা ৰাজনৈতিক দৰ্শন আৰু কাৰ্যসূচীক—যিটো দৰ্শন আৰু কাৰ্যসূচী গঢ় লৈ উঠিছিল প্ৰায় এটা শতিকাৰ আদৰ্শগত সংগ্ৰামৰ অভিজ্ঞতা আৰু কোটি কোটি মানুহৰ আশা আৰু স্বপ্নৰ ভিত্তিত। ডেভিদৰ হাতত গলিয়াথৰ পৰাজয়ৰ দৰে মমতা বেনাৰ্জীৰ হাতত কমিউনিজমৰ পৰাজয়েও এক নতুন ভৱিষ্যতৰ ইংগিত দিছে। পশ্চিমবংগৰ পৰা কমিউনিজমে বিদায় ল'বলৈ হ'লে ভৰতৰ মাটিৰ পৰাও কমিউনিজম নিশ্চিহ্ন হ'বলৈ বোধহয় বেছিদিন নালাগিব। ভাৰতৰ কমিউনিষ্ট পাৰ্টীবোৰলৈ নতুন তেজৰ আমদানি ইতিমধ্যে বন্ধ হোৱাৰ দৰে হৈছে। যৌৱনক জোঁকাৰিব নোৱৰা কোনো ৰাজনৈতিক দল বা আদৰ্শৰ একো ভৱিষ্যৎ থাকিব নোৱাৰে।

মানুহে যুগ যুগ ধৰি ইউট'পিয়া তথা এনে এক আদৰ্শ সমাজ-ব্যৱস্থাৰ স্বপ্ন দেখি

আহিছে—য'ত মানুহ সম্পূৰ্ণৰূপে সুখী হ'ব পাৰিব। এই ইউট'পিয়াৰ সন্ধানত মানুহে যুগ যুগ ধৰি মানুহৰ তেজেৰে ধৰণী ৰাঙলী কৰিবলৈ দ্বিধাবোধ কৰা নাই। মাৰ্ক্সবাদে পৃথিৱীৰ প্ৰায় অৰ্ধেক অধিবাসীৰ চকুৰ আগত এনে এক স্বপ্নময় ইউট'পিয়াৰ ছবি দাঙি ধৰিছিল। এই কমিউনিষ্ট ইউট'পিয়াৰ নামত কুৰি শতিকাৰ আশীটা বছৰৰ ভিতৰত প্ৰায় দহ কোটি মানুহে প্ৰাণ হেৰুৱাইছে। এই ইউট'পিয়াৰ স্বপ্নই পৃথিৱীৰ কোটি কোটি মানুহৰ হৃদয়ত জগাই তুলিছিল মহাকাব্যিক আৱেগ। কিন্তু সকলো যেন অথলে গ'ল। পৃথিৱীৰ ইখন দেশৰ পিছত সিখন দেশত নুমাই আহিছে মাৰ্ক্সবাদী আদৰ্শৰ জীৱন-বন্তি।

কিন্তু সেইবুলি মানুহে ইউট'পিয়াৰ স্বপ্ন দেখিবলৈ এৰি দিবনে?

ন'বেল পুৰস্কাৰ বিজয়ী পদাৰ্থবিজ্ঞানী ষ্টিভেন ওৱেইনবাৰ্গে তেওঁৰ Five and a Half Utopias নামৰ ৰচনাত ইউট'পিয়াৰ অসাৰতা প্ৰমাণ কৰিবলৈ উদ্ধৃত কৰিছে ৰাছিয়ান লেখক এণ্টন চেখভৰ কেইটামান বাক্য। 'তিনিজনী বাই-ভনী' নামৰ নাটকৰ এটা চৰিত্ৰৰ মুখেদি চেখভে কোৱাইছে ঃ 'হ'ব পাৰে, আমি নতুন নতুন বেলুন উৰুৱাম; জেকেটৰ আকৃতি হয়তো সলনি হ'ব; আমি ষষ্ঠেন্দ্ৰিয় আৱিষ্কাৰ কৰিম আৰু আনকি তাৰ বিকাশ-সাধনো কৰিম। মই নিশ্চিতভাৱে নাজানো। কিন্তু চিৰকাল একেই হৈ থাকিব মানুহৰ জীৱন ঃ কঠিন, অনিশ্চয়তাপূৰ্ণ আৰু সুখী। আজিৰ পৰা এহাজাৰ বছৰৰ পিছতো মানুহে আজিৰ দৰেই হুমুনিয়াহ পেলাই ক'ব—হায়, জীয়াই থকাটো যে ইমান কঠিন কাম! তেওঁলোকে তেতিয়াও মৃত্যুক ভয় কৰিব আৰু মৰিবলৈ নিবিচাৰিব।'

ভৱিষ্যতে কি হ'ব সেই কথা এতিয়াই ক'ব নোৱাৰি; কিন্তু পাৰ হৈ যোৱা দীঘলীয়া অতীতৰ অভিজ্ঞতাই দেখুৱাইছে যে চিৰকাল ধৰি মানুহৰ জীৱন প্ৰায় একেই হৈ আছে—অন্ততঃ জীৱনৰ মৌলিক অভিজ্ঞতাবোৰ। প্ৰগতিৰ ব্যাখ্যা কৰি এজন ৰসিক ব্যক্তিয়ে কৈছে ঃ 'কেলিবানে নৰমাংস খাবলৈ কাটা-চামুচ ব্যৱহাৰ কৰিলেও সি সদায় কেলিবান হৈয়েই থাকে।'

# ৰাছিয়াৰ ভাগ্য

১৯১৭ খ্ৰীষ্টাব্দত ব্লাডিমিৰ ইলিচ লেনিনে প্ৰতিষ্ঠা কৰা বলছেভিক ছোভিয়েট ইউনিয়ন তথা বিশ্বৰ সৰ্বপ্ৰথম কমিউনিষ্ট ৰাষ্ট্ৰখন মাত্ৰ সত্তৰ বছৰ স্থায়ী হ'ল। ১৯৮৯ চনত ৰাছিয়াত কমিউনিজমৰ পতন ঘটিল। ৰাছিয়াত যিমানদিন কমিউনিষ্ট শাসন চলি আছিল সিমানদিন ধৰি পৃথিৱীৰ আটাইবোৰ পুঁজিবাদী দেশে কমিউনিষ্ট ৰাছিয়াৰ বিৰুদ্ধে চলাই আছিল এক বিৰামবিহীন হিংস্ৰ প্ৰচাৰ-অভিযান। এই প্ৰচাৰ-অভিযনৰ নেতৃত্ব দিছিল আমেৰিকা যুক্তৰাষ্ট্ৰই। আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰচাৰ-যন্ত্ৰই সমগ্ৰ পৃথিৱীখনকে দুটা ভাগত বিভক্ত কৰিছিল ঃ মুক্ত পৃথিৱী আৰু দাস পৃথিৱী। কোৱা বাহুল্য মাথোন যে আমেৰিকাৰ দৃষ্টিত গণতান্ত্ৰিক পুঁজিবাদী দেশবোৰক লৈ গঠিত পৃথিৱীখন আছিল মুক্ত পৃথিৱী; কমিউনিষ্ট শাসনাধীন দেশবোৰক লৈ গঠিত পৃথিৱীখন আছিল দাস পৃথিৱী। আমেৰিকা যুক্তৰাষ্ট্ৰৰ এজন প্ৰাক্তন ৰাষ্ট্ৰপতি ৰোনাল্ড ৰোগনে ছোভিয়েট ৰাছিয়াক আনকি Evil Empire অৰ্থাৎ অমঙ্গলৰ সাম্ৰাজ্য বুলি ক'বলৈকো দ্বিধাবোধ কৰা নাছিল। সুদীৰ্ঘ সাতটা দশক ধৰি এই বুলি প্ৰচাৰ চলোৱা হৈছিল যে কমিউনিষ্ট দেশবোৰৰ মানুহক কমিউনিজমৰ কবলৰ পৰা মুক্ত কৰাটোৱেই হ'ল বিংশ শতাব্দীৰ মানৱ-সভ্যতাৰ এটা প্ৰধান লক্ষ্য।

'মুক্ত পৃথিৱীৰ' মনোবাঞ্ছা পূৰণ কৰি অৱশেষত ১৯৮৯ খ্ৰীষ্টাব্দত ৰাছিয়াত কমিউনিজমৰ পতন ঘটিল। ৰাছিয়াৰ পথ অনুসৰণ কৰিবলৈ পূব ইউৰোপৰো বেছি সময় নালাগিল। কিন্তু কমিউনিজমৰ পতন হোৱাৰ পিছত ৰাছিয়াৰ মাটিত কি ধৰণৰ নতুন ভূ-স্বৰ্গ গঢ় লৈ উঠিছে? এই দীৰ্ঘ-প্ৰতীক্ষিত মুক্তিৰ স্বাদ কিভাৱে গ্ৰহণ কৰিছে ৰাছিয়াৰ মানুহে?

১৯৮৯ খ্ৰীষ্টাব্দত ৰাছিয়াৰ মাটিৰ পৰা কমিউনিজম উৎখাত হোৱাৰ মাত্ৰ কেইবছৰমানৰ ভিতৰতে সেই দেশত সৰ্বপ্ৰথমে যিটো ঘটনা ঘটিল সেইটো হ'ল মৃত্যুৰ ৰাজত্ব বিস্তাৰ। ৰাছিয়াত ইমান দ্ৰুতগতিৰে মানুহ মৰিবলৈ ধৰিছে যে আৰু মাত্ৰ কেইবছৰমানৰ ভিতৰতে সেই দেশৰ এক বৃহৎ অঞ্চল জন-শূন্য হোৱাৰ উপক্ৰম হৈছে। মৃত্যুৰ সংখ্যা বাঢ়িছে, জন্মৰ সংখ্যা কমিছে, লগে লগে হ্ৰাস পাইছে মানুহৰ আয়ুস। ৰাছিয়াৰ এটা চৰকাৰী সূত্ৰই যোগান দিয়া তথ্য অনুযায়ী সেই দেশত বছৰি প্ৰায় তিনি লাখকৈ মানুহৰ সংখ্যা কমিবলৈ ধৰিছে। ৰাছিয়াৰ বৰ্তমান জনসংখ্যা প্ৰায়

১৪.৭ কোটি। কিন্তু জনসংখ্যা হ্ৰাসৰ এই প্ৰক্ৰিয়া অব্যাহত থাকিলে ২০৩০ চনত সেই দেশৰ জনসংখ্যা ১২.৩ কোটিলৈ হ্ৰাস পাব বুলি আশংকা কৰা হৈছে। ভূতৰ ওপৰত দানহৰ দৰে ৰাছিয়ান ৰমণীৰ প্ৰজনন ক্ষমতাও দ্ৰুতগতিৰে হ্ৰাস পাইছে। ১৯২০ চনত একোগৰাকী ৰাছিয়ান তিৰোতাই গড় হিচাপে ৭.৫টা সন্তানৰ জন্ম দিছিল। এতিয়া ৰাছিয়ান তিৰোতাই গড় হিচাপে জন্ম দিয়া সন্তানৰ সংখ্যা মাত্ৰ ১.৩টা। ৰাছিয়াৰ জনসংখ্যা যদি এনে দ্ৰুতগতিৰে হ্ৰাস পাই থাকে, তেন্তে সেই দেশৰ এক বৃহৎ অঞ্চল জনশূন্য হৈ পৰাৰ উপৰিও খেতি-পথাৰ, কল-কাৰখানা আৰু সামৰিক বাহিনীত কাম কৰিবলৈকো মানুহৰ অভাৱ হ'ব। তাৰ অৱশ্যম্ভাৱী পৰিণাম কি হ'ব পাৰে সেই কথা বহলাই ব্যাখ্যা কৰাৰ প্ৰয়োজন নিশ্চয় নাই।

কিন্তু প্ৰশ্ন হ'ল—কমিউনিজমৰ কবলৰ পৰা মুক্ত হোৱাৰ লগে লগে ৰাছিয়াত হঠাৎ কি এনে ঘটনা ঘটিল—যাৰ ফলত সেই দেশৰ লাখ লাখ মানুহ আও মৰণে মৰিবলৈ আৰম্ভ কৰিলে? এইখিনিতে এটা কথা কৈ লোৱা উচিত হ'ব যে ওপৰত যিখিনি তথ্য দিয়া হৈছে আৰু তলত যিবোৰ তথ্য দিয়া হ'ব, (কেৱল তথ্যখিনিহে; সেইবোৰৰ ব্যাখ্যা নহয়) সেই গোটেইবোৰ তথ্য লোৱা হৈছে টাইম মেগাজিনৰ পৰা। টাইম মেগাজিনে আকৌ তথ্যবোৰ সংগ্ৰহ কৰিছে ৰাছিয়াৰ বিভিন্ন চৰকাৰী সংস্থাৰ প্ৰতিবেদন আৰু বাতৰি কাকতৰ পৰা। এই গোটেইবোৰ তথ্যই এটা কথাই প্ৰতিপন্ন কৰিছে যে ৰাছিয়া কমিউনিষ্ট শাসনৰ পৰা মুক্ত হোৱাৰ লগে লগে দেশখন হৈ পৰিছে ভয়ঙ্কৰভাৱে হিংস্ৰ আৰু ৰুগ্ন। কেৱল ৰোগ আৰু পুষ্টিহীনতাই যে তাত মানুহ মাৰি খান্তাং কৰিছে এনে নহয়; তাতোকৈ বহুত বেছি মানুহ মৰিছে অতিপাত মদ খাই, আত্মহত্যা কৰি আৰু পৰস্পৰক হত্যা কৰি। একে আষাৰে ক'বলৈ গ'লে কমিউনিজমৰ যুঁৱলিৰ পৰা মুকলি হৈ ৰাছিয়াৰ মানুহে যি নতুন স্বাধীনতা লাভ কৰিছে সি হ'ল আত্মহননৰ স্বাধীনতা, মদৰ ৰাগীত আত্ম-বিস্মৰণৰ স্বাধীনতা, জীৱনক ধ্বংস কৰাৰ স্বাধীনতা।

১৯৮৯ খ্ৰীষ্টাব্দৰ পিছত ৰাছিয়াৰ মানুহ আত্মহননৰ নিচাত কিভাৱে মতলীয়া হৈ উঠিছে সেই কথা প্ৰমাণ কৰিবলৈ তলত উল্লেখ কৰা পৰিসংখ্যাবোৰেই যথেষ্ট।

আমেৰিকা যুক্তৰাষ্ট্ৰত আবাল-বৃদ্ধ-বনিতা নিৰ্বিশেষে সকলো মানুহৰ হাতে হাতে বন্দুক। বন্দুক থাকিলে তাৰ ব্যৱহাৰ হ'বই। গতিকে আমেৰিকা যুক্তৰাষ্ট্ৰত হত্যা আৰু অপঘাতজনিত মৃত্যুৰ সংখ্যা পৃথিৱীৰ ভিতৰতে আটাইতকৈ বেছি। কিন্তু কমিউনিজমৰ পৰা মুক্তি পোৱা ৰাছিয়াই নৰহত্যাৰ প্ৰতিযোগিতাত সম্প্ৰতি আমেৰিকা যুক্তৰাষ্ট্ৰকো চেৰ পেলাইছে। ৰাছিয়াৰ চৰকাৰী হিচাপ মতেই ৰাছিয়াত এতিয়া নৰহত্যাৰ সংখ্যা আমেৰিকাতকৈ তিনিগুণ বেছি। আমেৰিকাত প্ৰতি এক লাখ মানুহৰ

ভিতৰত হত্যাৰ বলি হোৱা মানুহৰ সংখ্যা হ'ল ৮ জন। কিন্তু ৰাছিয়াত প্ৰতি একলাখ মানুহৰ ভিতৰত আততায়ীৰ অস্ত্ৰৰ আঘাতত নিহত হয় ২৬.৬ জন মানুহ।

ৰাছিয়াত মানুহ যে কেৱল আনৰ হাততেই হোৱাহোৱে মৰিছে এনে নহয়; নিজৰ হাতত মৰা অৰ্থাৎ আপোনঘাতী হোৱা মানুহৰ সংখ্যাও খুব কম নহয়। ৰাছিয়াৰ মানুহ কমিউনিজমৰ কবলৰ পৰা কেতিয়া মুক্ত হয়, কেতিয়া তেওঁলোক স্বাধীন আৰু সুখী হয়, সেই যুগান্তকাৰী দিনটোলৈ তথাকথিত 'মুক্ত পৃথিৱী'ৰ মানুহে ব্যাকুল আগ্ৰহেৰে বাট চাই আছিল। অৱশেষত সেই দিনটো আহিল ১৯৮৯ খ্ৰীষ্টাব্দত। কিন্তু কি আচৰিত কথা, এই নবলব্ধ স্বাধীনতাই ৰাছিয়াৰ মানুহক ইমান বেছিকৈ আতংকিত কৰি তুলিলে যে হঠাৎ তেওঁলোকে জীয়াই থকাৰ হেঁপাহ হেৰুৱাই পেলালে। ১৯৮৯ খ্ৰীষ্টাব্দত ৫৮০০০ জন ৰাছিয়ানে আত্মহত্যা কৰি মৃত্যুবৰণ কৰে। তাৰ আগৰ বছৰত অৰ্থাৎ ১৯৮৮ চনত আত্মহত্যা কৰা আমেৰিকানৰ সংখ্যা আছিল ৩১,০০০ জন।

ৰাছিয়ানসকলৰ এটা ডাঙৰ অভিশাপ হ'ল অত্যধিক সুৰাসক্তি। সুৰাসক্তিয়ে ৰাছিয়ানসকলৰ জীৱনধাৰা আৰু জীৱন-দৰ্শনক কিমান গভীৰভাৱে প্ৰভাৱিত কৰিছে সেই কথা ৰাছিয়ান সাহিত্যৰ লগত সামান্য পৰিচয় থকা মানুহেও জানে। কমিউনিজমৰ কঠোৰ অনুশাসনেও এই মাত্ৰাধিক সুৰাসক্তিক সম্পূৰ্ণভাৱে নিয়ন্ত্ৰিত কৰিব পৰা নাছিল। লেওনাৰ্ড ব্ৰেঝনেভৰ শাসন কালত ১৯৬৯ চনত ছোভিয়েট ইউনিয়নত খাদ্য উৎপাদন বিপজ্জনকভাৱে হ্ৰাস পাইছিল। তাৰ কাৰণ অনুসন্ধান কৰি জনা গৈছিল যে সেই বছৰত ৰাছিয়ানসকলৰ সুৰাপানৰ পৰিমাণ সাংঘাতিকভাৱে বৃদ্ধি পাইছিল। খুব বেছিকৈ মদ খাই মানুহবোৰ ৰুগ্ন আৰু দুৰ্বল হৈ পৰিছিল; ফলত তেওঁলোকে পথাৰত কাম কৰিব নোৱৰা হৈ পৰিছিল। মই সেই সময়ত 'সাপ্তাহিক নীলাচল'ৰ সম্পাদক আছিলো আৰু ৰাছিয়ানসকলৰ সুৰাসক্তিৰ বিষয়ে এটা দীঘলীয়া বিশ্লেষণমূলক প্ৰবন্ধ লিখিছিলো। কেৱল সুৰাপানৰ পৰিমাণ কমাব পাৰিলেই ৰাছিয়ানসকলৰ জীৱনধাৰাত কি বিস্ময়কৰ পৰিৱৰ্তন হ'ব পাৰে তাৰ প্ৰমাণ পোৱা গৈছিল মিখাইল গৰ্বাচভৰ শাসনকালত। গৰ্বাচভে ছোভিয়েট ৰাছিয়াত মদৰ প্ৰচলন কঠোৰভাৱে নিয়ন্ত্ৰণ কৰিছিল, যাৰ ফলত পূৰ্বৰ তুলনাত তেওঁৰ শাসনকালত ৯ লাখ মানুহ কমকৈ মৰিছিল। সেই সময়ছোৱাত ৰাছিয়ানসকলৰ আয়ুসকালো ইমান বৃদ্ধি পাইছিল যে ছোভিয়েট ৰাছিয়াৰ ইতিহাসত তাক এটা অভিলেখ বুলি গণ্য কৰা হয়। কিন্তু সেই একেজন গৰ্বাচভেই কমিউনিজমৰ পতনৰ পথ মুকলি কৰি ৰাছিয়ানসকলক এনে এক স্বাধীনতা উপহাৰ দিলে—যাৰ ফলত আজি লাখ লাখ ৰাছিয়ানে কেৱল মদ খাই তেজ বমি কৰি স্বাধীনতাৰ জয়গান গাব ধৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰত অত্যধিক

সুৰাপানজনিত বিষক্রিয়াৰ ফলত বছৰি গড়ে তিনিশৰ পৰা চাৰিশজন মানুহ মৰে; ৰাছিয়াত বছৰি একে কাৰণত মৰে ত্রিশ হাজাৰজন মানুহ।

কেৱল যে মদ, হত্যা আৰু আত্মহত্যাৰ প্ৰৱণতাই দেশখন উচ্ছন্ন কৰিছে এনে নহয়। সেইবোৰৰ লগত যোগ হৈছে নানা ধৰণৰ ৰোগ-ব্যাধি। ৰাছিয়ানসকলে সুৰাপান যিমান কৰে প্ৰায় সিমানেই বা তাতোকৈ বেছিকৈ কৰে ধূমপান। সেই দেশত এঘাৰ-বাৰ বছৰ বয়সৰ পৰাই ল'ৰা-ছোৱালীবোৰে ধূমপান কৰিবলৈ আৰম্ভ কৰি দিয়ে। সত্তৰ শতাংশতকৈ বেছি ৰাছিয়ান ধূমপানত আসক্ত। ফলত ব্ৰংকাইটিছে তাত মহামাৰীৰ ৰূপ ধাৰণ কৰিছে। সাধাৰণ স্বাস্থ্যৰ মান নিম্নগামী হোৱাৰ ফলত গ্ৰহণী আৰু নিউমনিয়া আদি ৰোগেও লগে লগে মানুহৰ প্ৰাণ হানি কৰিছে। এতিয়া 'মুক্ত বিশ্ব'ই ৰাছিয়ালৈ আগবঢ়াইছে আৰু এটা নতুন উপহাৰ ঃ দুৰাৰোগ্য এইডছ। কমিউনিজমৰ পতনৰ আগলৈকে বহিৰ্বিশ্বৰ লগত ছোভিয়েট ৰাছিয়াৰ যোগাযোগ আছিল কঠোৰভাৱে নিয়ন্ত্ৰিত। কিন্তু এতিয়া সেইবোৰ বাধা-নিষেধ উঠি গৈ বাহিৰৰ লগত যাতায়াত বাধাহীন হৈ পৰাৰ ফলত পুঁজিবাদৰ আনবোৰ ব্যাধিৰ লগতে ৰাছিয়াত সোমাই পৰিছে এইডছো।

মুঠতে ৰাছিয়া কমিউনিজমৰ পৰা মুক্ত হ'ল; এতিয়া তাত ৰাজত্ব চলিছে মৃত্যু, হিংসা, অপৰাধ, মাতলামি, বেশ্যাবৃত্তি আৰু ৰোগ-ব্যাধিৰ।

১৯৮৯ খ্ৰীষ্টাব্দৰ পিছৰ পৰা ৰাছিয়াত যিবোৰ ঘটনা ঘটিছে সেইবোৰৰ পৰা স্বাভাৱিকতে এনে এটা ধাৰণা হয় যে সাতটা দশকৰ কমিউনিষ্ট শাসনে ৰাছিয়ান চৰিত্ৰৰ বিশেষ একো পৰিৱৰ্তন সাধিব নোৱাৰিলে। ব্ৰিটিছ কমনছেঞ্চ, ফ্ৰেঞ্চ লজিক, জাৰ্মান প্ৰেচিশ্যন, ৰাছিয়ান গ্লুম......ইউৰোপৰ বিভিন্ন জাতিৰ জাতীয় চৰিত্ৰ ব্যাখ্যা কৰিবলৈ এনে কিছুমান কথা সেই মহাদেশত প্ৰচলিত আছে। অৰ্থাৎ হতাশা বা হতাশাজনিত বিষণ্ণতা ৰাছিয়ান চৰিত্ৰৰ এটা প্ৰধান বৈশিষ্ট্য। সেই বিষণ্ণতা পাহৰি থাকিবৰ কাৰণেই ৰাছিয়ানসকলে অত্যধিক সুৰাপান বা অন্যান্য আতিশয্যৰ আশ্ৰয় লয় নেকি—সেইটো এটা চিন্তা কৰি চাব লগীয়া কথা।

ৰাছিয়ান চৰিত্ৰৰ প্ৰতিভূ হিচাপে আমি আধুনিক ৰাছিয়াৰ জনক মহামতি পিটাৰৰ জীৱনত (Peter the Great) এটা ভুমুকি মাৰি চাব পাৰোঁ। ১৬৮২ খ্ৰীষ্টাব্দৰ পৰা ১৭২৫ খ্ৰীষ্টাব্দলৈকে পিটাৰ আছিল ৰাছিয়াৰ জাৰ। তেৱেঁই আধুনিক ইউৰোপৰ দুৱাৰ ৰাছিয়াৰ কাৰণে মুকলি কৰি দিছিল আৰু বিভিন্ন ক্ষেত্ৰত কেতবোৰ আমূল সংস্কাৰৰ দ্বাৰা ৰাছিয়াক এটা আধুনিক শক্তিত পৰিণত কৰিছিল। অৰ্থাৎ তেওঁ আছিল আধুনিক ৰাছিয়াৰ খনিকৰ। কিন্তু পিটাৰ নিজে মানুহজন কেনেকুৱা আছিল?

যিহেতু তেওঁ আছিল ৰাছিয়ান, গতিকে এইটো অতি স্বাভাৱিক কথা যে তেওঁ খুব

বেছি পৰিমাণে মদ খাইছিল। জাগ্ৰত সময়ৰ বেছিভাগ সময়তেই তেওঁ থাকিছিল মাতাল হৈ। তেনে অৱস্থাত কাৰেঙৰ লগুৱা-লিগিৰীসকলক টেঁটু চেপি হত্যা কৰাটো তেওঁৰ কাৰণে আছিল নিচেই সাধাৰণ কথা। এবাৰ তেওঁ এটা সন্ন্যাসীৰ মঠ চাবলৈ গৈছিল। কিবা কথাত খং উঠি তেওঁ তাত ছজন সন্ন্যাসীক নিজ হাতেৰে হত্যা কৰিছিল। এবাৰ তেওঁৰ মনত সন্দেহ হ'ল যে তেওঁৰ এগৰাকী ৰক্ষিতা তথা প্ৰণয়িনীয়ে তেওঁৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছে। তেওঁ নিজ হাতে মহিলাগৰাকীৰ শিৰচ্ছেদ কৰি কটা মূৰটো হাতত লৈ ধেমালি কৰিবলৈ ধৰিলে। আনকি তেওঁ কটা মুখখনৰ ওঁঠত চুমাও খালে। পিটাৰৰ নিজৰ পুতেক এলেক্সিছ যেতিয়া ৰাজদ্ৰোহ আৰু ষড়যন্ত্ৰৰ অভিযোগত অভিযুক্ত হ'ল, পিটাৰে নিজৰ চকুৰ আগতে পুতেকৰ ওপৰত অমানুষিক অত্যাচাৰ কৰাই তেওঁক তিল-তিলকৈ হত্যা কৰিলে। পিটাৰে তেওঁৰ ৰাণীক খুব ভাল পাইছিল। কিন্তু ৰাণীৰ আছিল এজন গুপ্ত প্ৰেমিক। কথাটো ধৰা পৰিলত পিটাৰে গুপ্ত প্ৰেমিকৰ শিৰচ্ছেদ কৰালে আৰু কটা মূৰটো এটা ডাঙৰ আয়নাৰ পাত্ৰত সুৰাসাৰত ডুবাই ৰাখি ৰাণীৰ শোৱনি কোঠাৰ এঠাইত এনেভাৱে পাত্ৰটো ৰখাৰ ব্যৱস্থা কৰিলে—যাতে প্ৰেমিকৰ কটা মূৰটো সকলো সময়তে ৰাণীৰ চকুত পৰি থাকে।

এই কথাখিনি বৰ্ণনা কৰি ঐতিহাসিক হেৰল্ড নিকলছনে মন্তব্য কৰিছে—"Peter possessed all the faults of the Russian temperament; he was febrile, violent, impulsive and utterly averse from reason; he had no regard for human life or death....... There are those who contend that his ruthlessness left an abiding legacy of nihilism to his people."

# মাৰ্কাছ অৰেলিয়াছৰ 'ধ্যান'

গ্ৰীক দাৰ্শনিক প্লেটোৱে তেওঁৰ 'ৰিপাব্লিক' নামৰ গ্ৰন্থত এনে এজন নৃপতিৰ কল্পনা কৰিছিল—যিজন হ'ব একে সময়তে শাসক আৰু দাৰ্শনিক। তেওঁৰ মতে একমাত্ৰ দাৰ্শনিকহে ৰজা হ'বৰ যোগ্য। কিন্তু মানৱ জাতিৰ সুদীৰ্ঘ ইতিহাসত দাৰ্শনিক ৰজা হোৱাৰ বা ৰজা দাৰ্শনিক হোৱাৰ বেছি উদাহৰণ পাবলৈ নাই। থাউকতে মনলৈ অহা দুটা নাম হ'ল অশোক আৰু মাৰ্কাছ অৰেলিয়াছ। মাৰ্কাছ অৰেলিয়াছৰ চমু পৰিচয় দি The Social Philosophers নামৰ গ্ৰন্থৰ সম্পাদক দুজনে লিখিছে—'মাৰ্কাছ অৰেলিয়াছ আছিল একাধাৰে সম্ৰাট, যোদ্ধা, প্ৰশাসক, সংস্কাৰক আৰু নীতিবাদী। দাৰ্শনিক-সম্ৰাট বুলি ক'লে আমি যি বুজোঁ সেই সংজ্ঞাৰ খুব কাষ চাপিব পাৰিছিল মাৰ্কাছ অৰেলিয়াছে। চল্লিশ বছৰ বয়সত ৰাজসিংহাসনত উঠাৰ সময়ৰ পৰা ভিয়েনাত মৃত্যুৰ মুহূৰ্তলৈকে তেওঁ ছিৰিয়াৰ পৰা জাৰ্মানীলৈকে এই বিস্তীৰ্ণ ভূ-খণ্ডত ইখনৰ পিছত সিখনকৈ যুদ্ধত লিপ্ত হৈ থাকিব লগা হৈছিল। তদুপৰি তেওঁৰ শাসনকালতে প্লেগ মহামাৰীয়ে ইউৰোপ প্ৰায় উচ্ছন্ন কৰিছিল। এই বিচিত্ৰ ঘটনামুখৰ জীৱনৰ মাজতে তেওঁ ৰচনা কৰিছিল তেওঁৰ 'ধ্যান' শীৰ্ষক ৰচনাৱলী—যিবোৰ ৰচনাৰ মাজত ষ্টইক দাৰ্শনিকসকলৰ শিক্ষাৰ সৰ্বোত্তম অভিব্যক্তি ঘটিছিল বুলি ক'ব পাৰি। সেইবোৰ ৰচনাই এহাতে মানৱ-ভ্ৰাতৃত্বৰ আদৰ্শ ঘোষণা কৰিছিল; তদুপৰি সেইবোৰৰ মাজতেই জগতৰ নৈতিক ঐক্যৰ আধুনিক ধাৰণাৰো আগলি বতৰা শুনা গৈছিল। মানুহৰ মাজত দিব্যত্বৰ সম্ভাৱনা থকা বুলি তেওঁ বিশ্বাস কৰিছিল, আৰু প্ৰজ্ঞা, ন্যায়পৰায়ণতা, বীৰত্বপূৰ্ণ সহিষ্ণুতা আৰু মধ্যম-পন্থা আদি যিবোৰ গুণে মানুহক মহান কৰে বুলি তেওঁ বিশ্বাস কৰিছিল সেই সকলোবোৰ গুণেৰে বিভূষিত আছিল মাৰ্কাছ অৰেলিয়াছ নিজেই।'

ৰোমান সাম্ৰাজ্যৰ ইতিহাসৰ লগত মোটামুটি পৰিচয় থকা যিকোনো মানুহেই মাৰ্কাছ অৰেলিয়াছৰ নামটো জানে। কিন্তু মোৰ নিজৰ মনত তেওঁৰ প্ৰতি কৌতূহল জাগ্ৰত হৈছিল জেকছ কৰণৰ Death and Western Thought নামৰ কিতাপখন পঢ়াৰ পিছতহে। প্ৰায় সোতৰ বছৰমানৰ আগতে লিখা 'ডাগ হেমাৰশ্বল্ড' নামৰ প্ৰবন্ধত মই লিখিছিলো—'হেমাৰশ্বল্ডৰ এই অবিৰাম মৃত্যু-চেতনা আৰু লগতে কৰ্মীৰ

জীৱনৰ লগত ধ্যানী বা ভাবুকৰ জীৱনক সমন্বিত কৰা তেওঁৰ চেষ্টাই ইতিহাসৰ আৰু এজন মাত্ৰ মানুহৰ কথা আমাক মনত পেলাই দিয়ে। তেওঁ হ'ল ৰোমান সম্রাট মাৰ্কাছ অৰেলিয়াছ। তেওঁৰ 'ধ্যান' নামৰ গ্ৰন্থখনৰ বিষয়ে জেকছ কৰণে লিখিছে—'মৃত্যুৱে তেওঁৰ সমগ্ৰ বিশ্ব-বীক্ষাক ছায়াচ্ছন্ন কৰি ৰাখিছিল আৰু সি ব্যক্তিগত নিয়তিৰ চিন্তা অতিক্ৰম কৰি সমগ্ৰ মানৱ জাতিৰ নিয়তিকে সামৰি লৈছিল। ..... তেওঁৰ ধ্যান মৃত্যুৰ বাহিৰে আন একোৰে বিষয়েই ধ্যান নাছিল।'

কিন্তু মই নিজে মাৰ্কাছ অৰেলিয়াছৰ 'ধ্যান' পঢ়াৰ পিছত জেকছ কৰণৰ মন্তব্যটোত সম্পূৰ্ণভাৱে একমত হ'বলৈ টান পালো। ই মৃত্যুৰ ধ্যান হয় ঠিকেই, কিন্তু ই লগতে জীৱনৰো ধ্যান। জীৱনৰ ধ্যান নকৰাকৈ মৃত্যুৰ ধ্যান কৰা সম্ভৱ নহয়, কাৰণ একমাত্ৰ অতি গভীৰভাৱে কাম্য, অৰ্থপূৰ্ণ আৰু ৰহস্যময় জীৱনেহে মৃত্যুকো তীব্ৰ কৌতূহল তথা ধ্যানৰ বিষয় কৰি তুলিব পাৰে। ইতৰ প্ৰাণীৰ মৃত্যু বুলি কোনো বস্তু নাই, আছে মাত্ৰ হৃৎ-স্পন্দনৰ সমাপ্তি। মৃত্যু একান্তভাৱেই মানৱিক, কাৰণ একমাত্ৰ মানুহেহে জীয়াই থকাৰ প্ৰায় প্ৰতিটো মুহূৰ্ততে মৃত্যুৰ কথাও চিন্তা কৰি থাকে। আন কথাত ক'বলৈ গ'লে মৃত্যু হ'ল মানৱিক চেতনাৰ অবিচ্ছেদ্য অঙ্গ। লিওনাৰ্ডো দ্য ভিঞ্চিয়ে স্পষ্টভাৱেই ঘোষণা কৰিছে—'মই যেতিয়া ভাবিছিলো যে কেনেকৈ জীয়াই থাকিব লাগে সেই কথা মই শিকিছোঁ, তেতিয়া মই আচলতে কেনেকৈ মৰিব লাগে সেই কথাও শিকিছিল।' সেই একেটা কথাকে একেটা ভাষাৰে তেওঁতকৈ ডেৰ হাজাৰ বছৰৰ আগতে কৈছিল ৰোমান দাৰ্শনিক ছেনেকাই—'সমগ্ৰ জীৱন জুৰি মানুহে জীয়াই থাকিবলৈ শিকিব লাগিব আৰু কেনেকৈ মৰিব লাগে সেই কথাও শিকিব লাগিব।'

মাৰ্কাছ অৰেলিয়াছৰ 'ধ্যান'ৰ এটা ক্ষুদ্ৰ অংশৰ মুকলি অনুবাদ তলত দিয়া হৈছে। কিন্তু তাৰ আগতে তেওঁৰ এটা চমু চিনাকি দি লোৱাটো ভাল হ'ব।

৯৮ খ্ৰীষ্টাব্দৰ পৰা ২১১ খ্ৰীষ্টাব্দলৈকে এই কালছোৱাক ৰোমান সাম্ৰাজ্যৰ ইতিহাসৰ সোণালী যুগ বুলি কোৱা হয়। এই সময়ত ৰাজত্ব কৰা চাৰিজন ৰোমান সম্ৰাটৰ নাম আছিল যথাক্ৰমে ট্ৰাজান, হাড্ৰিয়ান, এণ্টনিয়াছ পায়াছ আৰু মাৰ্কাছ অৰেলিয়াছ। সোণালী যুগৰ সূচনা কৰা ট্ৰাজান আছিল প্ৰবল ব্যক্তিত্বসম্পন্ন আৰু ন্যায়পৰায়ণ মানুহ। হাড্ৰিয়ানৰ আছিল দূৰদৰ্শিতা আৰু উচ্চস্তৰৰ প্ৰতিভা। প্ৰজাবৎসল আৰু শান্তিপ্ৰিয় এণ্টনিয়াছে যুদ্ধ-বিগ্ৰহ ভাল নাপাইছিল—যিটো কাৰণত তেওঁৰ ৰাজত্বকালত ৰোমান সাম্ৰাজ্যৰ সামৰিক শক্তি কিছু দুৰ্বল হৈ পৰিছিল; কিন্তু তেওঁৰ দিনতেই ৰোমান সাম্ৰাজ্যত আটাইতকৈ বেছি পৰিমাণে সুখ-শান্তি বিৰাজ কৰিছিল। এণ্টনিয়াছৰ মৃত্যুৰ পিছত ৰোমান সাম্ৰাজ্যৰ সম্ৰাট হোৱা মাৰ্কাছ অৰেলিয়াছ আছিল

মনে-প্ৰাণে ভাবুক আৰু দাৰ্শনিক। ৰাজ্য শাসন কৰাতকৈ তেওঁ চিন্তা কৰি আৰু অধ্যয়ন কৰি বেছি ভাল পাইছিল। কিন্তু কৰ্তব্যৰ আহ্বানত এনে এজন মানুহেই হ'ব লগা হ'ল বিশাল ৰোমান সাম্ৰাজ্যৰ সম্ৰাট—যিখন সাম্ৰাজ্য বিস্তৃত হৈ আছিল পূবত ছিৰিয়াৰ পৰা পশ্চিমত ব্ৰিটেইনলৈকে।

১৬১ খ্ৰীষ্টাব্দত মাৰ্কাছ অৰেলিয়াছ সিংহাসনত উঠাৰ লগে লগে সাম্ৰাজ্যৰ ভিতৰত ঠায়ে ঠায়ে বিদ্ৰোহ আৰু সীমান্তত শত্ৰুৰ আক্ৰমণ আৰম্ভ হ'ল। যুদ্ধজয়ৰ মাদকতা বা বিজয়ী বীৰৰ গৌৰৱৰ প্ৰতি মাৰ্কাছ অৰেলিয়াছৰ মনত বিন্দুমাত্ৰ লোভ নাছিল। কিন্তু কৰ্তব্যৰ আহ্বানত তেওঁ ইখন যুদ্ধক্ষেত্ৰৰ পৰা সিখন যুদ্ধক্ষেত্ৰলৈ ঢপলিয়াই ফুৰিব লগা হ'ল। ইয়াৰ মাজতে তেওঁ 'ধ্যান' কৰিবলৈ বা তেওঁৰ চিন্তাবোৰ লিপিবদ্ধ কৰিবলৈ কেতিয়া আৰু কেনেকৈ সময় বিচাৰি পাইছিল—সেইটোহে অতি আচৰিত কথা। এইখিনিতে মাৰ্কাছৰ মহত্ত্বৰ চানেকি হিচাপে এটা ঘটনাৰ কথা উল্লেখ কৰিব পাৰি। ১৭৫ খ্ৰীষ্টাব্দত কেছিয়াছ এভিডিয়াছ নামৰ এজন স্থানীয় ৰোমান শাসনকৰ্তাই মাৰ্কাছৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে। মাৰ্কাছে বিদ্ৰোহ দমন কৰিবলৈ সসৈন্যে যাত্ৰা কৰিলে। কিন্তু আধাবাটতে তেওঁ খবৰ পালে যে বিদ্ৰোহী শাসনকৰ্তাজনক তেওঁৰ অধীনস্থ সেনাসকলেই হত্যা কৰিলে। অৰ্থাৎ মাৰ্কাছ গৈ পোৱাৰ আগতেই বিদ্ৰোহৰ অন্ত পৰিল। বিদ্ৰোহী শাসনকৰ্তা বা সেনাপতিৰ পৰিয়ালৰ আটাইবোৰ মানুহ আৰু তেওঁৰ সমৰ্থকসকলক মৃত্যুদণ্ডৰ নিচিনা কঠোৰ শাস্তি দিয়াটোৱেই আছিল সেই সময়ৰ প্ৰচলিত নিয়ম। কিন্তু মাৰ্কাছে সেই যুগৰ কাৰণে বিৰল মহানুভৱতা দেখুৱাই বিদ্ৰোহী শাসনকৰ্তাজনৰ পৰিয়ালৰ মানুহ আৰু সমৰ্থকসকলক ক্ষমাদান কৰিলে। কেৱল সেয়েই নহয়, শাসনকৰ্তাজনৰ বিদ্ৰোহৰ প্ৰমাণ থকা যিবোৰ নথি-পত্ৰ পোৱা গৈছিল সেইবোৰ তেওঁ পঢ়ি চাবলৈ অস্বীকাৰ কৰি পুৰি পেলাবলৈ নিৰ্দেশ দিলে।

এখন যুদ্ধক্ষেত্ৰত ব্যস্ত হৈ থকাৰ সময়তে হঠাৎ ৰোগাক্ৰান্ত হৈ ষাঠি বছৰ বয়সত মাৰ্কাছ অৰেলিয়াছৰ মৃত্যু হ'ল। প্ৰাচীন জগতৰ সৰ্বশ্ৰেষ্ঠ লোকসকলৰ ভিতৰত এজন আছিল মাৰ্কাছ অৰেলিয়াছ। প্ৰজা-বৎসল আৰু কৰ্তব্যপৰায়ণ এই মানুহজনে নিজৰ অন্তৰত ধ্যানী আৰু ভাবুকৰ জীৱনযাপন কৰিলেও প্ৰজাৰ সুখ-সমৃদ্ধিৰ স্বাৰ্থত নিজৰ ব্যক্তিগত আশা-আকাংক্ষা আৰু ৰুচি-অভিৰুচি বিসৰ্জন দিবলৈ কুণ্ঠিত নহৈছিল। মানুহে তেওঁৰ স্বভাৱত এটা মাত্ৰ দোষকেই বেছিকৈ দেখা পাইছিল ঃ তেওঁ নিজৰ প্ৰতি যিমান কঠোৰ হ'ব পাৰিছিল, আনৰ প্ৰতি আছিল ঠিক সিমানেই কোমল! শাস্তিৰ যোগ্য মানুহকো শাস্তি দিবলৈ তেওঁ ইতস্ততঃ কৰিছিল। তাৰ কু-ফল পৰিছিল তেওঁৰ শাসন-ব্যৱস্থাত।

# ধ্যান

১। মোৰ ককাদেউতাৰ পৰা মই পাইছিলো সজ নীতি আৰু আত্ম-সংযমৰ শিক্ষা।

২। মোৰ পিতাৰ যশস্যা আৰু সোঁৱৰণিৰ পৰা মই লাভ কৰিছোঁ বিনয় আৰু পুৰুষ-সুলভ দৃঢ় চৰিত্ৰ।

৩। মোৰ মাতৃৰ পৰা মই লাভ কৰিছোঁ ধৰ্মানুৰাগ, পৰহিতব্ৰত আৰু অসৎ কৰ্ম আৰু অসৎ চিন্তা পৰিহাৰ কৰি চলাৰ শিক্ষা। তদুপৰি ধনী মানুহৰ অভ্যাসবোৰ সযতনে পৰিহাৰ কৰি সৰল জীৱন কেনেকৈ যাপন কৰিব লাগে সেই শিক্ষাও মই মোৰ মাতৃৰ পৰাই পাইছোঁ।

৪। মোৰ আজোককাৰ পৰা মই এই শিক্ষা পাইছিলো যে ল'ৰা-ছোৱালীক ৰাজহুৱা পঢ়াশালিত পঢ়াবলৈ পঠোৱাতকৈ সিহঁতক ঘৰতে শিক্ষা দিয়াটো বেছি ভাল আৰু ল'ৰা-ছোৱালীৰ সু-শিক্ষাৰ কাৰণে পিতৃ-মাতৃ বা অভিভাৱকে অকাতৰে ধন খৰচ কৰা উচিত।

৫। মোৰ অভিভাৱকে মোক এই শিক্ষা দিছিল যে চাৰ্কাছৰ খেলত বা গ্লেডিয়েটৰৰ প্ৰতিযোগিতাত মই কোনো এটা বিশেষ পক্ষক সমৰ্থন কৰা উচিত নহয়। তেওঁ মোক আৰু যিকেইটা শিক্ষা দিছিল সেইকেইটা আছিল এনে ধৰণৰ ঃ পৰিশ্ৰম সহ্য কৰিবলৈ শিকিবা; একো বস্তুকে বেছিকৈ নিবিচাৰিবা; নিজৰ হাতেৰে কাম কৰিবা; আনৰ কথাত নিজকে জড়িত নকৰিবা; কোনোবাই আনৰ নিন্দা বা বদনাম কৰিলে সেইবোৰলৈ কাণ নাপাতিবা।

৬। ডায়োজনেটাছৰ পৰা মই এইকেইটা শিক্ষা পাইছিলো ঃ ক্ষুদ্ৰ আৰু তুচ্ছ কথা বা কামত লাগি নুফুৰিবা; অলৌকিক কাহিনী কোৱা মানুহৰ কথাত বা ভূত-প্ৰেত খেদা মন্ত্ৰত বিশ্বাস নকৰিবা; চৰাইৰ যুঁজ বা তেনে ধৰণৰ নিষ্ঠুৰ ৰং-তামাছা পৰিহাৰ কৰি চলিবা; আনৰ বাক-স্বাধীনতা সহ্য কৰিবা; দৰ্শন-চৰ্চাৰ প্ৰতি অনুৰাগী হ'বা; বেক্কিয়াছ, টাণ্ডাছিছ আৰু মাৰ্চিয়ানাছৰ কথামৃত শ্ৰৱণ কৰিবা; নাটকীয় সংলাপ লিখিবলৈ শিকিবা; টান বিছনাত অৰ্থাৎ কাঠৰ তক্তাত শুবা; গ্ৰীক দাৰ্শনিকসকলে শিকোৱা কঠোৰ অনুশাসন মানি চলিবা

৭। ৰাষ্টিকাছৰ পৰা মই এনে এটা ধাৰণা পাইছিলো যে মোৰ চৰিত্ৰ আৰু অধিক উন্নত আৰু সুশৃংখলিত কৰাৰ প্ৰয়োজন আছে। তেওঁ মোক এই কথাও শিকাইছিল যে কেৱল নিজৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবৰ কাৰণেই তৰ্ক-বিতৰ্ক কৰি বা দূৰ-কল্পনামূলক বিষয়ৰ ওপৰত ৰচনা লিখি সময়ৰ অপচয় কৰা উচিত নহয়। তেওঁ মোক আৰু যিবোৰ শিক্ষা দিছিল সেইবোৰ আছিল এনে ধৰণৰ ঃ অনুশাসন মানি চলা মানুহ বুলি নিজৰ বিষয়ে বৰাই কৰিব নাপায়; কেৱল আনৰ প্ৰশংসা আদায় কৰিবলৈ পৰোপকাৰ

কৰিব বা বদান্যতা দেখুৱাব নাপায়; কৃত্ৰিম বাগাড়ম্বৰপূৰ্ণ বক্তৃতা, কবিতা আৰু অলংকাৰবহুল ৰচনাৰ পৰা বিৰত থকা উচিত; বাহিৰত পিন্ধা সাজ-পোছাক ঘৰৰ ভিতৰত ব্যৱহাৰ কৰা উচিত নহয়; কাৰোবালৈ চিঠি লিখিব লগা হ'লে সৰল ভাব-ভাষা ব্যৱহাৰ কৰিব লাগে; কোনোবাই যদি মোক কথাৰে আঘাত কৰে তেন্তে নিজৰ ভুল বুজিব পাৰি পুনৰ মোৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ বিচৰাৰ লগে লগে ময়ো তেওঁৰ প্ৰতি সদয় হ'ব লাগে; কিতাপ পঢ়োঁতে খুব যত্ন কৰি আৰু মনোযোগ দি পঢ়িব লাগে; ভালকৈ বুজিবলৈ চেষ্টা নকৰাকৈ ওপৰে ওপৰে কিতাপ পঢ়া উচিত নহয়; প্ৰয়োজনতকৈ বেছি কথা কোৱা মানুহৰ কথাত খৰখেদাকৈ হয়ভৰ দিব নালাগে।

ৰাষ্টিকাছে মোক এইবোৰ মূল্যৱান শিক্ষা দিয়াৰ উপৰিও নিজৰ পুথিভঁৰালৰ পৰাই এপিক্টেটাছৰ কিতাপ পঢ়িবলৈ দি সেই দাৰ্শনিকজনৰ ৰচনাৰ লগত পৰিচিত হ'বলৈ মোক সুযোগ দিয়াৰ কাৰণেও মই তেওঁৰ ওচৰত চিৰকৃতজ্ঞ।

৮। এপলনিয়াছৰ পৰা মই পাইছিলো ইচ্ছাৰ স্বাধীনতা আৰু নিজৰ উদ্দেশ্যত অবিচল হৈ থকাৰ শিক্ষা। তেওঁ মোক আৰু যিবোৰ শিক্ষা দিছিল সেইবোৰ আছিল এনে ধৰণৰ ঃ এটা মাত্ৰ মুহূৰ্তৰ কাৰণেও যুক্তিৰ বাহিৰে আন কোনো কথালৈ কৰ্ণপাত কৰা উচিত নহয়; অসহ্য যন্ত্ৰণা, সন্তানৰ মৃত্যু, দীৰ্ঘস্থায়ী ৰোগ—এই সকলো অৱস্থাতে নিৰ্বিকাৰ হৈ থাকিব পাৰিব লাগে: নিজৰ সংকল্পত অচল-অটল হৈ থাকিও প্ৰয়োজনবশতঃ নমনীয় হ'বলৈ শিকিব লাগে; আনক নিৰ্দেশ দিয়াৰ সময়ত ৰূঢ়তা দেখুৱাব নালাগে; চানেকি হিচাপে নিজৰ চকুৰ আগত সদায় এনে এজন মানুহ ৰাখিব লাগে—যিজনে দাৰ্শনিক নীতিবোৰ ব্যাখ্যা কৰোঁতে নিজৰ নৈপুণ্য বা অভিজ্ঞতাক লৈ কেতিয়াও গৰ্ব নকৰে।

এপলনিয়াছৰ পৰা মই এই শিক্ষাও পাইছিলো যে বন্ধুৰ পৰা কিবা উপহাৰ বা উপকাৰ গ্ৰহণ কৰিবৰ সময়ত কৃতজ্ঞতাত অভিভূতও হ'ব নালাগে বা একেবাৰেই কৃতজ্ঞতা প্ৰকাশ নকৰাকৈ থাকিবও নালাগে।

৯। ছেক্সটছৰ পৰা মই এইবোৰ শিক্ষা পাইছিলো ঃ মানুহৰ স্বভাৱত পৰোপকাৰৰ ইচ্ছা সদা-জাগ্ৰত হৈ থাকিব লাগে; পৰিয়াল পৰিচালিত কৰিব লাগে পিতৃ-সুলভ মমতাপূৰ্ণ কৰ্তৃত্বৰে; প্ৰকৃতিৰ নিয়ম মানি প্ৰকৃতিৰ লগত মিলি-জুলি জীৱনযাপন কৰিব লাগে; গাম্ভীৰ্য হোৱা উচিত কৃত্ৰিমতা বৰ্জিত; বন্ধুৰ স্বাৰ্থ-ৰক্ষাৰ কাৰণে সততে তৎপৰ হৈ থকিব লাগে; অজ্ঞ আৰু ভাবি-চিন্তি কথা নোকোৱা মানুহৰ প্ৰতি সহনশীল হ'ব পাৰিব লাগে। ছেক্সটছে নিজে সকলো মানুহৰ কথা এনেভাৱে মনোযোগ দি শুনিছিল যে তেওঁৰ লগত কথা পতাটো আছিল স্তোক-বাক্য শুনাতকৈও

বেছি আনন্দদায়ক; তেওঁৰ লগত নানা সম্পৰ্কৰে জড়িত থকা সকলো মানুহেই তেওঁক গভীৰভাৱে শ্ৰদ্ধা কৰিছিল; বুদ্ধি খটুৱাই আৰু পৰিকল্পিতভাৱে তেওঁ জীৱনযাপনৰ কাৰণে প্ৰয়োজনীয় আদৰ্শ নীতিবোৰ আৱিষ্কাৰ কৰিব আৰু প্ৰয়োগ কৰিব পাৰিছিল; তেওঁ কেতিয়াও ক্ৰোধ প্ৰদৰ্শন নকৰিছিল আৰু সেই ধৰণৰ সকলো প্ৰবল আৱেগৰ পৰা তেওঁ মুক্ত আছিল; লগতে তেওঁ আছিল অতিশয় স্নেহ-পৰায়ণ; তেওঁ বেছি বাগাড়ম্বৰ নকৰি আনৰ প্ৰতি নিজৰ অনুমোদন প্ৰকাশ কৰিব জানিছিল, আৰু প্ৰচুৰ জ্ঞানৰ অধিকাৰী হৈছিল নিজকে জ্ঞানী বুলি জাহিৰ নকৰাকৈয়ে।

১০। মই মোৰ ভ্ৰাতৃ ছেঙেৰাছৰ পৰা শিকিছিলো মোৰ আত্মীয়-স্বজনক ভাল পাবলৈ, সত্যক ভাল পাবলৈ, আৰু ন্যায়ক ভাল পাবলৈ; তেওঁৰ যোগেদিয়ে মই পৰিচিত হৈছিলো থ্ৰেছিয়া, হেলভিদিয়াছ, কেটো, ডিয়ন আৰু ক্ৰটাছৰ লগত; মোৰ ভ্ৰাতৃৰ পৰা মই পাইছিলো এনে এটা প্ৰশাসনীয় ব্যৱস্থাৰ ধাৰণা—য'ত সকলো মানুহৰ ক্ষেত্ৰতে একেখন আইনেই প্ৰযোজ্য; যিটো প্ৰশাসনিক ব্যৱস্থাত সকলো মানুহৰ কাৰণে সমান অধিকাৰ আৰু সমান বাক-স্বাধীনতাৰ বিধান থাকে; তদুপৰি মই মোৰ ভ্ৰাতৃৰ পৰা পাইছিলো এনে এক ৰাজতন্ত্ৰৰ ধাৰণা—যি ৰাজতন্ত্ৰই শাসিতৰ স্বাধীনতাক দিয়ে আটাইতকৈ বেছি মৰ্যাদা; তেওঁৰ পৰা মই আয়ত্ত কৰিছিলো দৰ্শনৰ প্ৰতি মোৰ অবিচল আনুগত্য। সৎ কৰ্ম কৰাৰ প্ৰৱণতা, আনক সহায় কৰিবলৈ ব্যগ্ৰতা, উত্তম আশা পোষণ কৰাৰ প্ৰবৃত্তি; তেওঁৰ মাজত মই লক্ষ্য কৰিছিলো যে যাক তেওঁ মনে মনে নিন্দা কৰে তেনে মানুহৰ ক্ষেত্ৰতো নিজৰ অনুভূতি প্ৰকাশ নকৰি তেওঁ মনতে গোপন কৰি ৰাখিব পাৰে; আৰু তেওঁৰ ইচ্ছা-অনিচ্ছাবোৰ দিনৰ পোহৰৰ দৰেই ইমান স্পষ্ট যে তেওঁৰ বন্ধুবোৰে সেইবোৰ অনুমান কৰি লোৱাৰ একো দৰকাৰ নহয়।

১১। মেক্সিমছৰ পৰা মই আত্ম-সংযম আৰু একোৰে দ্বাৰাই বিচলিত নোহোৱা মানসিক প্ৰশান্তিৰ শিক্ষা লাভ কৰিছিলো; সকলো পৰিস্থিতিতে, আনকি কঠিন ৰোগৰ সময়তো, প্ৰফুল্লিত হৈ থাকিব পৰাৰ শিক্ষাও মই তেওঁৰ পৰাই পাইছিলো; নৈতিক চৰিত্ৰত মাধুৰ্য আৰু মৰ্যাদাৰ সুষম মিশ্ৰণ কেনেকৈ ঘটাব লাগে সেই শিক্ষা, আৰু লগতে বিনা আপত্তিৰে নিজৰ কৰ্তব্য পালন কৰাৰ শিক্ষা। মই এটা কথা লক্ষ্য কৰিছিলো যে মেক্সিমাছৰ কথা আৰু কামৰ মাজত কোনো পাৰ্থক্য নাছিল; তেওঁৰ কোনো কথা বা কামত কেতিয়াও কু-অভিপ্ৰায় প্ৰকাশ পোৱা নাছিল, তেওঁ কেতিয়াও বিস্ময় প্ৰকাশ নকৰিছিল; তেওঁ কোনো কথাতে খৰখেদা নকৰিছিল; কৰিব লগীয়া কোনো কাম তেওঁ পিছলৈ পেলাই নথৈছিল; কৃত্ৰিম হাঁহিৰে বিৰক্তি ঢাকিবলৈ তেওঁ চেষ্টা নকৰিছিল; তেওঁ সন্দেহ-পৰায়ণ বা আৱেগপ্ৰৱণ মানুহ নাছিল। তেওঁ আছিল পৰোপকাৰী, ক্ষমাশীল আৰু সত্যনিষ্ঠ। মই এনেকুৱা কোনো মানুহকে লগ পোৱা

নাছিলো—যিজনে নিজকে মেক্সিমাছতকৈ ভাল মানুহ বুলি ভাবিছিল বা মেক্সিমাছে তেওঁক বেয়া পায় বুলি ভাবিছিল। তেওঁৰ ৰসবোধো আছিল অতিশয় ভদ্ৰজনোচিত।

১২। মোৰ পিতৃ আছিল নৰম মেজাজৰ মানুহ। বহুত ভাবি-চিন্তি কিবা এটা কাম কৰিবলৈ সংকল্প লোৱাৰ পিছত সেই সংকল্পৰ পৰা তেওঁক কোনেও বিচলিত কৰিব নোৱাৰিছিল। তেওঁ পৰিশ্ৰম আৰু অধ্যৱসায় কৰি ভাল পাইছিল। সমাজৰ হিতৰ কাৰণে কোনোবাই কিবা কামৰ প্ৰস্তাৱ দিলে সেই প্ৰস্তাৱ তেওঁ খুব মনোযোগ দি শুনিছিল। যাৰ যিটো প্ৰাপ্য সেইটো দিয়াত তেওঁ সদায় দৃঢ়তা প্ৰদৰ্শন কৰিছিল। সাধাৰণ নাগৰিকতকৈ তেওঁ নিজকে বেলেগ বুলি নাভাবিছিল। তেওঁৰ লগত একেলগে আহাৰ খোৱাৰ বাধ্যবাধকতাৰ পৰা তেওঁ বন্ধুসকলক মুক্ত কৰি দিছিল। তেওঁ বিদেশলৈ যোৱাৰ সময়ত কোনোবাই তেওঁৰ লগত যাব নুখুজিলে সেইসকল লোকক তেওঁ ক্ষমা কৰি দিছিল। .... ছক্ৰেটিছৰ বিষয়ে কোৱা এষাৰ কথা মোৰ পিতৃৰ ক্ষেত্ৰতো প্ৰযোজ্য আছিল ঃ দুৰ্বল প্ৰকৃতিৰ মানুহে যিবোৰ বস্তুৰ প্ৰতি লোভ পৰিত্যাগ কৰিব নোৱাৰে আৰু যিবোৰ বস্তুৰ ভোগৰ ক্ষেত্ৰত আতিশয্য কৰে, মোৰ পিতৃয়ে সেইবোৰ বস্তু অকাতৰে ত্যাগ কৰিব পাৰিছিল আৰু জ্ঞানীৰ দৰে ভোগ কৰিব পাৰিছিল।

১৩। দেৱতাসকলৰ ওচৰত মই কৃতজ্ঞ এই কাৰণেই যে তেওঁলোকে মোক দিছে আদৰ্শ পিতামহ, পিতৃ, ভগ্নী, সৎ শিক্ষক, সৎ সঙ্গী, সৎ বন্ধু আৰু আত্মীয়-স্বজন। দেৱতাসকলে মোক দিয়া প্ৰায় আটাইবোৰ বস্তুৱেই ভাল। দেৱতাসকলৰ ওচৰত মই এই কাৰণেও কৃতজ্ঞ যে মই আগ-পিছ নুগুণি তেওঁলোক অসন্তুষ্ট হ'ব লগা কোনো কাম কৰা নাই—যদিও মোৰ মানসিক প্ৰকৃতি এনেকুৱা আছিল যে সামান্য প্ৰৰোচনাতেই হয়তো মই তেনে কাম কৰিলোহেঁতেন। দেৱতাসকলক মই এই কাৰণেও ধন্যবাদ জনাওঁ যে নিৰ্দিষ্ট ঋতুৰ আগতে মই মোৰ পৌৰুষ প্ৰমাণ কৰিব লগা হোৱা নাছিল; বৰং মোৰ কাম-বাসনা চৰিতাৰ্থ কৰাৰ দিন পিছুৱাই দিবলৈহে সমৰ্থ হৈছিলো। মোৰ পিতৃয়ে মোক অহংকাৰী হ'বলৈ কেতিয়াও সুযোগ দিয়া নাছিল; বৰং তেওঁ মোক এই জ্ঞানহে দিছিল যে প্ৰহৰী-বেষ্টিত হৈ নথকাকৈও বা ৰাজোচিত সাজ-পোছাক নিপিন্ধাকৈও এজন মানুহৰ পক্ষে ৰাজপ্ৰাসাদত বাস কৰা সম্ভৱ। এনে এজন পিতৃৰ পুত্ৰ হ'বলৈ সৌভাগ্য দিয়াৰ কাৰণেও মই দেৱতাসকলৰ ওচৰত কৃতজ্ঞ।

# ৰবাৰ্ট লুই ষ্টিভেনশ্যনৰ বিখ্যাত চিঠিখন

ৰবাৰ্ট লুই ষ্টিভেনশ্যনৰ একাধিক উপন্যাস অসমীয়া ভাষালৈকো অনূদিত হৈছে। প্ৰবীণা শইকীয়াই কৰা 'ট্ৰেজাৰ আইলেণ্ড'ৰ অসমীয়া অনুবাদ 'ৰত্নদ্বীপ'ৰ কথা মোৰ ভালকৈ মনত আছে, কাৰণ কিতাপখনৰ এটি চমু সমালোচনা মই নিজে লিখিছিলো। চাৰিখন ৰোমাণ্টিক উপন্যাসৰ কাৰণে ষ্টিভেনশ্যন বিশ্ববিখ্যাত আৰু জনপ্ৰিয়। উপন্যাসকেইখন হ'ল—ট্ৰেজাৰ আইলেণ্ড, কিড্‌নেপড্, দা ষ্ট্ৰেইঞ্জ কেইছ অব্ ড° জেকিল এণ্ড মিষ্টাৰ হাইড আৰু মাষ্টাৰ অব্ বেলাণ্ট্ৰি। কিন্তু তেওঁ কেৱল সফল কাহিনীকাৰেই নাছিল। কবি অৰু নিবন্ধকাৰ হিচাপেও তেওঁ বিপুল জনপ্ৰিয়তা অৰ্জন কৰিছিল। আৰ্জেণ্টিনাৰ বিশ্ব-বন্দিত লেখক জৰ্জ লুই বৰহাছে তেওঁৰ এটা কবিতাত তেওঁৰ যিবোৰ প্ৰিয় বস্তুৰ তালিকা দিছে সেই তালিকাত ঠাই পাইছে 'ষ্টিভেনশ্যনৰ গদ্য'ই। এই কবিতাটো মই নিজে অসমীয়ালৈ অনুবাদ কৰিছোঁ আৰু মোৰ 'আনন্দ আৰু বেদনাৰ সন্ধানত' নামৰ কিতাপত সেই অনূদিত কবিতাটো সন্নিৱিষ্ট হৈছে।

কিন্তু প্ৰবন্ধৰ শিৰোনামাত মই ষ্টিভেনশ্যনৰ যিখন চিঠিৰ কথা উল্লেখ কৰিছোঁ সেই চিঠিখনত আমি সম্পূৰ্ণ বেলেগ এজন ষ্টিভেনশ্যানৰ মুখামুখি হওঁ। চিঠিখন যেনেকৈ খুব বেছি জনাজাত বা বহুপঠিত নহয়, চিঠিখনৰ মাজেদি ফুটি উঠা ষ্টিভেনশ্যনৰ ব্যক্তিত্বৰ বিৰল দিশটোও ঠিক তেনেকৈ বেছিভাগ মানুহৰ কাৰণেই অপৰিচিত। কিন্তু কবি, গদ্য-শিল্পী আৰু ঔপন্যাসিক ষ্টিভেনশ্যনে মোক যিমান মুগ্ধ কৰে, ত'তোকৈ বেছিকৈ মোক মুগ্ধ আৰু শ্ৰদ্ধাত আপ্লুত কৰিছে ষ্টিভেনশ্যনৰ পবিত্ৰ ক্ৰোধৰ দ্বাৰা উদ্দীপিত এই চিঠিখনে। সেই কাৰণে চিঠিখনৰ সাৰাংশ আৰু তাৰ পটভূমিৰ কাহিনীটো মই 'আমাৰ অসম'ৰ পাঠকসকললৈ আগবঢ়াব খুজিছোঁ।

ষ্টিভেনশ্যানে গোটেই জীৱন যক্ষ্মা ৰোগত ভুগিছিল। সেই সময়ত যক্ষ্মা ৰোগৰ কোনো চিকিৎসা নাছিল। সু-পথ্য, শুশ্ৰূষা আৰু জলবায়ু পৰিৱৰ্তনেই আছিল ৰোগটো নিয়ন্ত্ৰিত কৰি ৰখাৰ একমাত্ৰ উপায়। জীৱনৰ মাজ বয়সত ষ্টিভেনশ্যানে স্বদেশ ইংলেণ্ড ত্যাগ কৰি সুদূৰ দক্ষিণ সমুদ্ৰৰ তাহিতিৰ ওচৰৰ এটা দ্বীপলৈ সপৰিয়ালে যাত্ৰা কৰিলে, আৰু জীৱনৰ বাকী দিনবোৰ তাতেই অতিবাহিত কৰিলে।

ষ্টিভেনশ্যান যিটো দ্বীপত আছিল তাৰ কিছু দূৰতে আছিল মোলোকাই নামৰ এটা সৰু দ্বীপ। সুদূৰ ইউৰোপৰ পৰা অহা খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলে তাত কুষ্ঠৰোগীৰ

উপনিৱেশ স্থাপন কৰিছিল। অৰ্থাৎ দ্বীপটোৰ আটাইবোৰ অধিবাসীয়েই আছিল কুষ্ঠৰোগী। নিৰোগী যিকেইজন আছিল তেওঁলোক আছিল কুষ্ঠৰোগীৰ সেৱাত আত্মোৎসৰ্গ কৰা কেইজনমান খ্ৰীষ্টিয়ান সন্ন্যাসী আৰু সন্ন্যাসিনী। অৱশ্যে তেওঁলোকৰ ভিতৰত বহুতেই এটা নহয় এটা সময়ত কুষ্ঠৰোগৰ দ্বাৰা আক্ৰান্ত হৈছিল।

ষ্টিভেনশ্যান এদিন কুষ্ঠৰোগীৰ দ্বীপটো চাবলৈ গ'ল। তেওঁৰ সহযাত্ৰী আছিল কেইগৰাকীমান সন্ন্যাসিনী। সন্ন্যাসিনী কেইগৰাকীয়ে সুদূৰ ইউৰোপত তেওঁলোকৰ ঘৰ-সংসাৰ চিৰকাললৈ ত্যাগ কৰি কুষ্ঠৰোগীৰ সেৱাত জীৱন উছৰ্গা কৰিবলৈ সেই দ্বীপটোলৈ আহিছিল। দ্বীপটোত ষ্টিভেনশ্যান এসপ্তাহতকৈ বেছি সময় আছিল। দ্বীপটোত হোৱা তেওঁৰ অভিজ্ঞতা বৰ্ণনা কৰি পত্নীলৈ লিখা এখন চিঠিত ষ্টিভেনশ্যানে লিখিছিল—'ভয়ংকৰ দৃশ্য মই চাই থাকিব নোৱাৰোঁ। সি মোক আতঙ্কগ্ৰস্ত কৰি তোলে। এইটোৱেই হ'ল মোৰ স্বভাৱৰ আটাইতকৈ দুৰ্বল দিশ। কিন্তু মোৰ কিলাকুটিৰ নিচেই কাষতে বহি থকা নৈতিক সৌন্দৰ্যই মোৰ মন এনেভাৱে ভৰাই তুলিলে যে তাত আন একো অনুভূতিৰ কাৰণে ঠাই নোহোৱা হ'ল। এবাৰ মই দেখিলো যে মোৰ কাষতে বহি থকা এগৰাকী সন্ন্যাসিনীয়ে নীৰৱে কান্দিব ধৰিছে; তেতিয়া মোৰ চকুৰ পৰাও পানী ওলাবলৈ ধৰিলে। কেৱল এটা চিন্তাইহে মোক কিছু সময় পিষ্ট কৰিবলৈ ধৰিলে। সেইটো হ'ল এই যে মই সেই দ্বীপত কাকো একো সহায় কৰিব নোৱাৰোঁ; মই কাৰো একো কামত নালাগোঁ।'

নিজৰ পত্নীলৈ এইখিনি কথা লিখাৰ পিছত ষ্টিভেনশ্যানে ছিডনি কলভিন নামৰ এজন বন্ধুলৈ লিখা আন এখন চিঠিত লিখিলে—'কুষ্ঠৰোগীৰ জীৱনৰ ভয়ংকৰ দৃশ্যই আৰু কাৰুণ্যই মোক গভীৰভাৱে আতংকিত আৰু বিচলিত কৰি তুলিছিল। মই যিবোৰ দৃশ্য দেখিলো সেইবোৰৰ বৰ্ণনা কৰা অসম্ভৱ। কিন্তু সেইবোৰৰ কাষতেই মই দেখিবলৈ পালো অপৰিমেয় সাহস, প্ৰফুল্লতা আৰু আত্মোৎসৰ্গৰ এনে কিছুমান দৃশ্য—যিবোৰৰ তুলনাত কৰুণ আৰু ভয়ংকৰ দৃশ্যবোৰ অতি নগণ্য বুলি মই অনুভৱ কৰিলো।'

অৱশ্যে এই দুখন চিঠিৰ কোনো এখনেই মোৰ আজিৰ প্ৰবন্ধটোৰ কেন্দ্ৰীয় বিষয় নহয়। কেৱল পটভূমিৰ ব্যাখ্যা কৰিবলৈ প্ৰসঙ্গক্ৰমে এই দুখন চিঠিৰ কথা উল্লেখ কৰা হ'ল।

ষ্টিভেনশ্যান মোলোকাই দ্বীপত থাকোঁতেই ডেমিয়েন নামৰ এজন সন্ন্যাসীৰ কথা তেওঁ শুনিবলৈ পাইছিল। খেতিয়ক পৰিয়ালত জন্মগ্ৰহণ কৰা ডেমিয়েনৰ আদি ঘৰ আছিল বেলজিয়ামত। তেওঁৰ পিতৃ-মাতৃয়ে ডেমিয়েনক ব্যৱসায়ী হিচাপে গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল। কিন্তু ডেমিয়েনে নিজৰ মনত প্ৰবল তাড়না অনুভৱ কৰিছিল কেথলিক সন্ন্যাসী হ'বলৈ। তেওঁৰ ইচ্ছা অনুযায়ী তেওঁক সন্ন্যাসৰ মন্ত্ৰত

দীক্ষিত কৰা হ'ল আৰু মাত্ৰ ২৩ বছৰ বয়সতে তেওঁক পঠোৱা হ'ল সুদূৰ হাৱাই দ্বীপপুঞ্জলৈ। তাত ন বছৰ ধৰ্ম-প্ৰচাৰক হিচাপে কাম কৰাৰ পিছত তেওঁ মোলোকাই দ্বীপৰ কুষ্ঠ উপনিৱেশত কাম কৰিবলৈ স্বেচ্ছাই আগবাঢ়ি আহিল। অৰ্থাৎ মাত্ৰ ৩২ বছৰ বয়সত তেওঁ স্বেচ্ছাই বাছি ল'লে শ শ কুষ্ঠৰোগীৰ লগত আমৰণ সহবাসৰ জীৱন। তাত ১৩ বছৰ থকাৰ পিছত তেওঁক কুষ্ঠৰোগে আক্ৰমণ কৰিলে। কুষ্ঠৰোগীসকলক প্ৰতিদিনে ধৰ্মোপদেশ দিবৰ সময়ত ডেমিয়েনে তেওঁলোকক সম্বোধন কৰিছিল 'মোৰ ভ্ৰাতৃবৃন্দ' বুলি। কিন্তু হঠাৎ এদিন তেওঁৰ নিজৰ ধৰ্মোপদেশ আৰম্ভ কৰিলে 'আমি কুষ্ঠৰোগীসকল' বুলি। কাৰো বুজিবলৈ বাকী নৰ'ল যে ডেমিয়েনো ইতিমধ্যে হৈ পৰিছে কুষ্ঠৰোগীসকলৰ এজন। এই ঘটনাৰ তিনি বছৰৰ পিছত তেওঁৰ মৃত্যু হ'ল।

মোলোকাই দ্বীপত এসপ্তাহ থাকোঁতেই ষ্টিভেনশ্যনে এই সৰ্বত্যাগী সন্ন্যাসীজনৰ কথা শুনিবলৈ পাইছিল আৰু তেওঁৰ কাহিনীয়ে ষ্টিভেনশ্যনৰ মনত নিশ্চয় গভীৰভাৱে দাগ কাটিছিল। এদিন তেওঁ ছিডনিৰ পৰা প্ৰকাশিত এখন বাতৰি কাকতত চকু ফুৰাই থাকোঁতে এখন চিঠিত ডেমিয়েনৰ নামটো তেওঁৰ চকুত পৰিল। তেওঁ লৰালৰিকৈ চিঠিখন পঢ়ি শেষ কৰিলে। চিঠিখনৰ লেখকজন ষ্টিভেনশ্যনৰ চিনাকি। তেওঁৰ নাম ৰেভাৰেণ্ড ড° চি এম হাইড। চিঠিখন পঢ়ি থাকোঁতেই ষ্টিভেনশ্যন খঙত উতলিবলৈ ধৰিলে, কাৰণ ইতিমধ্যে তেওঁৰ হৃদয়ত বিশেষ শ্ৰদ্ধাৰ আসন পোৱা ডেমিয়েন নামৰ নিঃস্বাৰ্থ সৰ্বত্যাগী সন্ন্যাসীজনক ড° হাইডে অতি অশালীন ভাষাৰে আক্ৰমণ কৰি তেওঁৰ বিৰুদ্ধে নানা অভিযোগ তুলিছে। ড° হাইডৰ মতে ডেমিয়েন আছিল 'লেতেৰা, স্থূল, আঁকোৰ-গোজ, গোড়ামিপূৰ্ণ, অবাধ্য......আনকি তিৰোতাৰ লগত তেওঁৰ সম্পৰ্কও সন্দেহৰ উৰ্ধ্বত নাছিল।'

ডেমিয়েনক এনে অসংযত ভাষাৰে নিন্দা কৰি ড° হাইডে লিখা চিঠিখনৰ উদ্দেশ্য বুজিবলৈ ষ্টিভেনশ্যনৰ খুব বেছি সময় নালাগিল। সেই সময়ত ডেমিয়েনৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ এখন স্মৃতিফলক নিৰ্মাণ কৰাৰ প্ৰস্তুতি চলি আছিল। সন্দেহ নাই যে সেই কামত বাধা দিয়াটোৱেই আছিল ড° হাইডৰ চিঠিখন লিখাৰ একমাত্ৰ উদ্দেশ্য। ডেমিয়েনৰ খ্যাতিয়ে তেওঁক ঈৰ্ষাত দগ্ধ কৰিছিল। ডেমিয়েনৰ খ্যাতি আৰু স্মৃতি যুগমীয়া হ'ব—এই কথা তেওঁ সহ্য কৰিব পৰা নাছিল। কেনেকৈ ডেমিয়েনৰ ভাবমূৰ্তি কলংকিত কৰিব পৰা যায় সেইটোৱেই হৈ উঠিছিল তেওঁৰ একমাত্ৰ ধ্যান-জ্ঞান।

ড° হাইডৰ চিঠিখন পঢ়ি শেষ কৰিয়েই ষ্টিভেনশ্যনে তেওঁৰ কৰ্তব্য ঠিক কৰি পেলালে। ডেমিয়েনৰ বিৰুদ্ধে হোৱা এই অশালীন আৰু অসংযত আক্ৰমণৰ উচিত জবাব দিবই লাগিব। মনৰ চৰম উত্তেজিত অৱস্থাত একেটা বহনতে ষ্টিভেনশ্যনে তেওঁৰ

উত্তৰ লিখি শেষ কৰিলে। চিঠিখন লিখি শেষ কৰি তেওঁৰ নিজৰ পৰিয়ালৰ আটাইকেইজন সদস্যকে নিজৰ কোঠালৈ মাতি আনি বহুৱাই লৈ তেওঁলোকক চিঠিখন পঢ়ি শুনালে। কাহ পৰি জীণ যোৱা নিস্তব্ধতাৰ মাজত সকলোৱে চিঠিখন শুনিলে। ষ্টিভেনশ্যনে তেওঁলোকক ক'লে—প্ৰকাশৰ কাৰণে এই চিঠিখন বাতৰি কাকতলৈ পঠোৱাৰ আগতে মই তোমালোকৰ প্ৰত্যেকৰে মতামত জানিব বিচাৰিছোঁ, কাৰণ এই চিঠিখন প্ৰকাশ কৰাৰ পৰিণাম আমাৰ পৰিয়ালটোৰ কাৰণে সৰ্বনশীয়া হ'ব পাৰে। চিঠিখন প্ৰকাশ হোৱাৰ পিছত খুব সম্ভৱ মোৰ বিৰুদ্ধে মানহানিৰ গোচৰ তৰা হ'ব। গোচৰত মই হাৰিবও পাৰোঁ। তেতিয়াহ'লে মোৰ সমস্ত জীৱনৰ উপাৰ্জন আৰু সঞ্চয় জৰিমনা দিওঁতেই শেষ হ'ব। তোমালোকক মই এৰি যাব লাগিব দেউলিয়া কৰি থৈ। এই সকলোবোৰ কথা জনাৰ পিছত তোমালোকে মোক কি কৰিবলৈ পৰামৰ্শ দিব খোজা?'

ষ্টিভেনশ্যনৰ পৰিয়ালৰ আটাইকেইজন সদস্যই একমুখে চিঠিখন প্ৰকাশ কৰাৰ সপক্ষে ৰায় দিলে। ষ্টিভেনশ্যনে চিঠিখন লিখিছিল এনে এজন মানুহৰ সন্মান ৰক্ষাৰ কাৰণে—যিজন মানুহক তেওঁ জীৱনত এটা মুহূৰ্তৰ কাৰণেও লগ পোৱা নাছিল। চিঠিখনৰ কাৰণে মানুহজনৰ পৰা তেওঁ কৃতজ্ঞতা বা ধন্যবাদো আশা কৰা নাছিল, কাৰণ মানুহজনে ইহ-সংসাৰ ত্যাগ কৰিছিল দুবছৰৰ আগতেই। কৃতজ্ঞতা বা ধন্যবাদৰ পৰিৱৰ্তে তেওঁৰ কাৰণে অপেক্ষা কৰি আছিল চৰম বিপদ—কাৰণ তেওঁ নিশ্চিতভাৱে জানিছিল যে চিঠিখনৰ ফলস্বৰূপে হ'ব লগা মেল-মোকৰ্দমাবোৰে তেওঁক আৰ্থিকভাৱে ধ্বংস কৰি পেলাব। তথাপি তেওঁ চিঠিখন নিলিখাকৈ বা প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰিছিল, কাৰণ এজন ঈৰ্ষাকাতৰ আৰু নীচাশয় মানুহে কেতিয়াবাই পৃথিৱী ত্যাগ কৰি যোৱা এজন সন্ত-প্ৰতিম মানুহৰ স্মৃতিক অপমান কৰিব—সেই কথাটো ষ্টিভেনশ্যনে সহ্য কৰিব পৰা নাছিল।

ষ্টিভেনশ্যনৰ চিঠিখন যথেষ্ট দীঘল। গোটেই চিঠিখন অনুবাদ কৰিবলৈ ইয়াত ঠাইৰ নাটনি হ'ব। ড° হাইডে ডেমিয়েনৰ বিৰুদ্ধে কৰা বিষোদ্গাৰে ষ্টিভেনশ্যনৰ মনত কেনে ধৰণৰ তীব্ৰ আৱেগ আৰু ক্ৰোধ জগাই তুলিছিল সেই কথা বুজিবলৈ কেইটামান বছা বছা অংশৰ অনুবাদেই যথেষ্ট হ'ব বুলি ভাবোঁ।

'মহাশয়, আপোনাৰ মনত থাকিব পাৰে যে মই আপোনাক লগ পাইছিলো, আপোনাৰ লগত আলাপ কৰিছিলো, আৰু আপুনি মোৰ প্ৰতি যথেষ্ট সৌজন্য প্ৰদৰ্শন কৰিছিল। তাৰ কাৰণে মই আপোনাৰ ওচৰত কৃতজ্ঞ। কিন্তু কেতিয়াবা কৃতজ্ঞতাতকৈ কৰ্তব্যক ওপৰৰ আসন দিব লগা হয়। তদুপৰি মানুহে কেতিয়াবা এনে কিছুমান কুকৰ্ম

বা অপৰাধ কৰে—যিবোৰে অতি সঙ্গতভাৱেই বন্ধুৰ মাজত বিচ্ছেদ ঘটায়। আপুনি ৰেভাৰেণ্ড ডঃ গেইজলৈ লিখা চিঠিখন এনে এখন দলিল—যিখনে মোক সমস্ত কৃতজ্ঞতাৰ বন্ধনৰ পৰা মুক্তি দিছে। মই ক্ষুধাৰ্ত হৈ থকা অৱস্থাত আপুনি যদি মোৰ মুখত ৰুটি গুঁজি দিলেহেঁতেন বা মোৰ পিতৃৰ মৃত্যুশয্যাত আপুনি তেওঁক শুশ্ৰূষা কৰিলেহেঁতেন, তেতিয়াহ'লেও আপোনাৰ এই চিঠিখনৰ কাৰণে মই আপোনাৰ বিৰুদ্ধে কলম তুলি ল'বলৈ বাধ্য হ'লোহেঁতেন।

মই যদি গোটেই জীৱন ধৰি কেৱল সত্যক তুলি ধৰিবলৈ আৰু মানুহৰ মনত আৱেগ জগাবলৈ শব্দৰ ব্যৱহাৰ কৰিবলৈ শিকিছিলো, তেন্তে আপুনি অৱশেষত মোক এটা উপযুক্ত বিষয়-বস্তুৰ যোগান ধৰিছে।

মই এই কথা অনুভৱ কৰিছোঁ যে সমগ্ৰ মানৱ জাতিৰ স্বাৰ্থত আৰু পৃথিৱীৰ সৰ্বত্ৰ ৰাজহুৱা শোভনতাৰ খাতিৰত ডেমিয়েনৰ বিৰুদ্ধে হোৱা অন্যায়ৰ কেৱল প্ৰতিকাৰ কৰিলেই যথেষ্ট নহ'ব; তাৰ লগতে আপোনাৰ চিঠিখনো তাৰ প্ৰকৃত ৰূপত মানুহৰ আগত উদঙাই ধৰাৰ প্ৰয়োজন হ'ব। তাকে ঠিকভাৱে কৰিবৰ কাৰণে মই মোৰ বক্তব্য আৰম্ভ কৰিম আপোনাৰ চিঠিখন সম্পূৰ্ণভাৱে উদ্ধৃত কৰি।

আপুনি ১৮৮৯ খ্ৰীষ্টাব্দৰ ২ আগষ্ট তাৰিখে ৰেভাৰেণ্ড এইচ বি গেইজলৈ লিখা এখন চিঠিত লিখিছিল—'প্ৰিয় ভ্ৰাতৃ, আপোনাৰ প্ৰশ্নৰ উত্তৰত জনাব খোজোঁ যে আমি যিসকলে ডেমিয়েনক চিনি পাওঁ, বাতৰি কাকতত ডেমিয়েনৰ অতিৰঞ্জিত প্ৰশংসা পঢ়ি তেওঁলোক অতি আচৰিত হৈছোঁ। বাতৰি কাকতে ডেমিয়েনক এনেভাৱে চিত্ৰিত কৰিছে—যেন তেওঁ আছিল এজন অতি সন্তপ্ৰতিম মানৱ-দৰদী মানুহ। কিন্তু আচল সত্যটো হ'ল এইটোহে যে তেওঁ আছিল এজন অতি স্থূল প্ৰকৃতিৰ লেতেৰা, আঁকোৰ-গোজ আৰু গোড়ামিপূৰ্ণ মানুহ। তেওঁক মোলোকাইলৈ কোনেও পঠোৱা নাছিল; তেওঁ তালৈ গৈছিল নিজে নিজে। কুষ্ঠৰোগৰ দ্বাৰা নিজে আক্ৰান্ত হোৱাৰ আগলৈকে তেওঁ কুষ্ঠৰোগীসকলৰ লগত থকা নাছিল; নিজৰ ইচ্ছামতে তেওঁ গোটেই দ্বীপটোত ঘূৰি ফুৰিছিল। কুষ্ঠ-নিবাসৰ সংস্কাৰ আৰু উন্নয়নত তেওঁৰ কোনো ভূমিকা নাছিল; সেই কাম কৰিছিল আমাৰ স্বাস্থ্য পৰিষদে। তিৰোতাৰ লগত সম্পৰ্কত তেওঁৰ স্বভাৱ-চৰিত্ৰ নিৰ্মল বা সন্দেহৰ উৰ্ধ্বত নাছিল। তেওঁ কুষ্ঠৰোগৰ দ্বাৰা আক্ৰান্ত হোৱাৰ কাৰণো আছিল তেওঁৰ চৰিত্ৰহীনতা আৰু অসাৱধানতা।'

এনে এখন অসাধাৰণ চিঠিৰ যোগ্য প্ৰত্যুত্তৰ দিবলৈ হ'লে মই আপোনাৰ বিষয়ে ব্যক্তিগতভাৱে কি জানো বা ভাবোঁ সেই কথা প্ৰথমে কৈ ল'ব লাগিব।

মই আপোনাৰ বিষয়ে যিখিনি কথা ক'ম সেইখিনি কথা শুনি আনে মোক বেয়া পাব পাৰে বা তেওঁলোকৰ কাণত কথাখিনি কৰ্কশ যেন লাগিব পাৰে; কিন্তু সেই কথাখিনিয়ে

অন্ততঃ আপোনাক আঘাত দিয়া উচিত নহয়, কাৰণ আনৰ কুৎসা ৰটনাত আপুনি ইতিমধ্যে সিদ্ধহস্ত হৈ পৰিছে। মই আপোনাৰ বিষয়ে এই বুলি ভাবোঁ যে ভদ্ৰতাই যি ধৰণৰ বাক-সংযম দাবী কৰে আপুনি তাৰ যোগ্য নহয়; আপুনি আন মানুহক যিডাল মাপকাঠিৰে জোখে সেই একেডাল মাপকাঠিৰেই জোখা হ'ব আপোনাকো।

বহুতো মিশ্যনেৰীৰ দৰে আপুনিও যথেষ্ট ধন-সম্পত্তি উপাৰ্জন কৰিছে। আপুনি এই কথা নাজানিবও পাৰে যে হাৱাই দ্বীপপুঞ্জৰ বহুতো খ্ৰীষ্টিয়ান মিশ্যনেৰীৰ বিলাস-বৈভৱৰ কাহিনী হনলুলুৰ হাটে-বজাৰে এটা ঠাট্টা-তামাছাৰ বিষয় হৈ পৰিছে। মই যেতিয়া আপোনাৰ ঘৰলৈ গৈছিলো তেতিয়া মোৰ টেক্সিৰ ড্ৰাইভাৰজন আপোনাৰ ঘৰৰ জাক-জমক দেখি অবাক হৈ পৰিছিল। মানুহৰ চকুত চমক লগোৱা আপোনাৰ যিটো ঘৰে ওচৰ-চুবুৰীয়া আৰু বাটৰুৱাৰ মনত ঈৰ্ষাৰ উদ্ৰেক কৰে, তেনে এটা ঘৰতেই বহি আপুনি লিখিছিল ডেমিয়েনৰ চৰিত্ৰহনন কৰা চিঠিখন! ডেমিয়েনৰ জীৱন আৰু মৃত্যুৰ দৃশ্যবোৰ আপুনি নিশ্চয় কেতিয়াও নিজ চকুৰে দেখা নাছিল। আপুনি যদি দেখিলেহেঁতেন আৰু দেখা দৃশ্যবোৰ মনত ৰাখিলেহেঁতেন, তেন্তে সেই দৃশ্যবোৰৰ লগত আপোনাৰ নিজৰ ঘৰৰ তুলনা আপোনা-আপুনি আপোনাৰ মনলৈ আহিলেহেঁতেন। তেতিয়া ডেমিয়েনৰ বিষয়ে সেই কথাবোৰ লিখিবলৈ আপোনাৰ কলম কেতিয়াও আগবাঢ়িব নোৱাৰিলেহেঁতেন।

যেতিয়া হাৱাই দ্বীপপুঞ্জৰ আঠটা দ্বীপৰ মানুহ কুষ্ঠৰোগৰ দ্বাৰা আক্ৰান্ত হ'ল, তেতিয়া তাত থকা আপোনালোকৰ ধনৱান মিশ্যনটোক দুঃস্থ মানৱতাৰ সেৱাত ব্ৰতী হ'বলৈ ঈশ্বৰে এটা ডাঙৰ সুযোগ দিছিল। আপোনালোকে সেই সুযোগ নলৈ হাত সাবটি বহি থাকিল। আপোনালোকৰ নিজৰ নিষ্ক্ৰিয়তা আৰু ডেমিয়েনৰ একাগ্ৰ বীৰত্বৰ কথা স্মৰণ কৰি এতিয়া আপোনাৰ মন অনুশোচনাৰে ভৰি পৰিছে। মোৰ মনত বিন্দুমাত্ৰ সন্দেহ নাই যে আপুনি এই চিঠিখন লিখিছিল ঈৰ্ষাৰ তাড়নাত।

কিন্তু মহাশয়, যেতিয়া আমি সকলোৱেই কৰ্তব্য পালনত ব্যৰ্থ হ'লো আৰু আন এজন কৃতকাৰ্য হ'ল; আমি যেতিয়া নিষ্ক্ৰিয় হৈ থিয় হৈ ৰ'লো আৰু আন এজন আগবাঢ়ি গ'ল; আমি যেতিয়া ভোগ-বিলাসৰ প্ৰাচুৰ্যৰ মাজত মহা আৰামত জীৱন কটাই মোটা হৈ যাবলৈ ধৰিলো, আৰু এজন সাধাৰণ জধলা খেতিয়কে যুদ্ধক্ষেত্ৰলৈ আগবাঢ়ি গৈ ৰোগীৰ শুশ্ৰূষা কৰিবলৈ আৰু মুমূৰ্ষুজনক সান্ত্বনা দিবলৈ আৰম্ভ কৰি অৱশেষত নিজেও সেই ৰোগৰ দ্বাৰা আক্ৰান্ত হ'ল আৰু সেই সন্মানৰ ক্ষেত্ৰত মৃত্যুবৰণ কৰিলে, তেতিয়া সেই যুদ্ধক্ষেত্ৰখন হাজাৰ ইচ্ছা কৰিলেও আপুনি আৰু ঘূৰাই পাব নোৱাৰে। আপুনি ইতিমধ্যেই যুদ্ধত হাৰিল; চিৰকাললৈ হাৰিল। একমাত্ৰ যিটো বস্তু আপুনি ৰক্ষা কৰিব পাৰিলেহেঁতেন সেইটো আছিল সাধাৰণ শিষ্টাচাৰবোধ।

কিন্তু সেইখিনিকো বিসৰ্জন দিবলৈ আপোনাৰ বেছি সময় নালাগিল।

আমি সকলোৱেই ডেমিয়েন হ'বলৈ আশা কৰিব নোৱাৰোঁ। এজন মানুহে আনতকৈ সংকীৰ্ণভাৱে নিজৰ কৰ্তব্য নিৰূপণ কৰি ল'ব পাৰে; কৰ্তব্যতকৈ আৰাম-স্বাচ্ছন্দ্যক কোনোবাই বেছি ভাল পাব পাৰে; তাৰ কাৰণে কোনেও তেওঁৰ গালৈ শিলগুটি দলিয়াবলৈ নাযায়। কিন্তু আপোনাৰ অনুমতি লৈ মই আপোনাক এটা বেলেগ উদাহৰণ দিব খোজোঁ। ধৰি লওক, দুজন ভদ্ৰলোক একেগৰাকী মহিলাৰ প্ৰেমত পৰিছে। তেওঁলোক দুজনৰ ভিতৰত এজনৰ প্ৰতি মহিলাগৰাকী প্ৰসন্ন হ'ল, আনগৰাকীৰ প্ৰতি নহ'ল। এতিয়া যদি এনে এটা ঘটনা ঘটে যে সফল প্ৰেমিকগৰাকীৰ সুনাম নষ্ট কৰিব পৰা কিবা এটা খবৰ আনজন পুৰুষৰ, অৰ্থাৎ বিফল প্ৰেমিকজনৰ কাণত পৰিছে, তেন্তে তেওঁ কি কৰা উচিত? যদি তেওঁ প্ৰকৃত অৰ্থত ভদ্ৰলোক হয়, তেন্তে তেওঁ নিশ্চয় নিজৰ মুখখন জপাই থোৱা উচিত।

আপোনাৰ চাৰ্চ আৰু ডেমিয়েনৰ চাৰ্চ হোৱাই দ্বীপপুঞ্জত এটা প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হৈছিল। আপোনালোকৰ কাম আছিল মানুহক সহায় কৰা, তেওঁলোকৰ নৈতিক উৎকৰ্ষ সাধন কৰা, তেওঁলোকৰ চকুৰ আগত মহৎ আদৰ্শ দাঙি ধৰা। এই কামত আপুনি ব্যৰ্থ হ'ল, ডেমিয়েন কৃতকাৰ্য হ'ল। এনে এটা পৰিস্থিতিত আপুনি সম্পূৰ্ণ নীৰৱ হৈ পৰাটোৱেই উচিত আৰু শোভনীয় নহ'লহেঁতেননে? প্ৰতিযোগিতাত হাৰি আপুনি নিৰ্লজ্জভাৱে আত্মগোপন কৰিলে আপোনাৰ বিলাস-বৈভৱ আৰু আৰাম-স্বাচ্ছন্দ্যৰ মাজত; বিজয় আৰু বিভীষিকাৰ মুকুট পৰিধান কৰা ডেমিয়েনে কালাৱাউ গিৰি শিখৰৰ তলৰ তেওঁৰ সেই গাহৰি-ঘৰত কঠোৰ পৰিশ্ৰম কৰি আৰু জহি-খহি নিজৰ জীৱনটো শেষ কৰিলে। আপুনি—যিজনে একো কাম কৰিব নোৱাৰিলে—সেইজনৰ কিবা নৈতিক অধিকাৰ আছেনে এনে এজন মানুহৰ বিষয়ে কুৎসা ৰটনা কৰিবলৈ—যিজনে সফলভাৱে নিজৰ জীৱনৰ ব্ৰত পালন কৰিলে?

আপুনি নিশ্চয় কুষ্ঠ-নিবাসত ভৰি দি পোৱা নাই। আপুনি যদি কুষ্ঠ-নিবাস চাবলৈ গ'লহেঁতেন, তেন্তে আমাৰেই নিজৰ ভাই-ককাইৰ নিচিনা মানুহবোৰৰ জহি-খহি যোৱা শৰীৰবোৰ দেখি আতংক আৰু বিভীষিকাত আপোনাৰ উশাহ বন্ধ হৈ গ'লহেঁতেন। আপুনি যদি কুষ্ঠ-নিবাস চাবলৈ গ'লহেঁতেন, তেন্তে আপুনি দেখিবলৈ পালেহেঁতেন কুষ্ঠই এফালৰ পৰা ক্ষয় কৰি শেষ কৰি অনা মানুহৰ মানুহ বুলি চিনিব নোৱৰা শৰীৰবোৰ—যিবোৰ মানুহে কিন্তু এতিয়াও উশাহ লৈ আছে, চিন্তা কৰি আছে, স্মৃতি ৰোমন্থন কৰি আছে। এইবোৰ দৃশ্য দেখাৰ পিছত আপুনি বুজি পালেহেঁতেন যে কুষ্ঠ-নিবাসৰ জীৱন এনে এটা অগ্নিপৰীক্ষা—যিধৰণৰ অগ্নিপৰীক্ষাই মানুহৰ আত্মাক ভয়ত সংকুচিত কৰি তুলিব পাৰে—ঠিক যেনেকৈ সূৰ্যৰ ফালে চাই পঠিয়ালে চকুদুটা আপোনা-আপুনি জাপ

খাই যায়। আপুনি বুজি পালেহেঁতেন যে এনে এখন ঠাইলৈ যোৱাটো এটা ভয়ঙ্কৰ অভিজ্ঞতা আৰু তাত সদায় থাকিব লগা হোৱাটো এটা নাৰকীয় অভিজ্ঞতা।

মই যিটো ভয়ৰ কথা কৈছোঁ সেইটো কুষ্ঠৰোগৰ দ্বাৰা আক্ৰমণৰ ভয় নহয়। কুষ্ঠ-নিবাসত যি ধৰণৰ যন্ত্ৰণা, কাৰুণ্য আৰু বিভীষিকাৰ পৰিবেশ বিৰাজ কৰে, আৰু কুষ্ঠ-নিবাস চাবলৈ যোৱা মানুহে ভয়ঙ্কৰ ৰোগ আৰু শাৰীৰিক ধ্বংসৰ যিধৰণৰ পৰিৱেশত উশাহ ল'বলৈ বাধ্য হয় তাৰ তুলনাত কুষ্ঠৰোগৰ আক্ৰমণৰ ভয় নিতান্তই তুচ্ছ। মই নিজকে খুব ভয়াতুৰ মানুহ বুলি নাভাবোঁ। কিন্তু মোলোকাইৰ কুষ্ঠ-নিবাস চাবলৈ গৈ মোৰ যি অভিজ্ঞতা হৈছিল তাক মই মোৰ ডায়েৰিত মোৰ জীৱনৰ আটাইতকৈ ভয়ঙ্কৰ অভিজ্ঞতা বুলি বৰ্ণনা কৰিছোঁ। তাত থকা সময়খিনিত মই মনৰ ভিতৰতে আওৰাই আছিলো এটা গানৰ এই সৰল শব্দকেইটা—

Tis the most distressfull country
that ever yet was seen.

অথচ মই যিখন কুষ্ঠ-নিবাস চাবলৈ গৈছিলো সেইখন ইতিমধ্যেই আগতকৈ অনেকগুণে বেছি উন্নত, আৱৰ্জনামুক্ত আৰু সুন্দৰ কৰি তোলা হৈছিল। ডেমিয়েন যেতিয়া প্ৰথম তালৈ গৈছিল তেতিয়া সি আছিল এটা সম্পূৰ্ণ সুকীয়া দৃশ্য। মোলোকাইত গৈ পোৱাৰ প্ৰথম ৰাতিত ডেমিয়েন শুব লগা হৈছিল এজোপা গছৰ তলত গলিতাঙ্গ কুষ্ঠৰোগীসকলৰ মাজত; সেই ভয়ঙ্কৰ ৰোগৰ লগত তেওঁ আছিল সম্পূৰ্ণ অকলশৰীয়া। একমাত্ৰ ভগৱানে জানে ক'ৰ পৰা তেওঁ ইমান সাহস পাইছিল—সেই ৰাতিয়েই তেওঁ মনে মনে নিজকে প্ৰস্তুত কৰিছিল কুষ্ঠৰোগীসকলৰ লগত গোটেই জীৱন কটাবলৈ; তেওঁলোকৰ তেজ-পূঁজ ধুই আৰু এফালৰ পৰা জহি-খহি যোৱা হাত-ভৰিবোৰত বেণ্ডেজ বান্ধি নিজৰ জীৱন শেষ কৰিবলৈ।

আপুনি ক'ব পাৰে যে ডাক্তৰ আৰু নাৰ্চসকলেওতো এইবোৰ কামকে কৰে। হয় কৰে, কিন্তু তেওঁলোকে সেই ৰোগীসকলৰ মাজত থাকিয়েই জীৱনটো শেষ কৰিব লগা নহয়। নিজৰ নিৰ্দিষ্ট কৰ্তব্য শেষ কৰিয়েই তেওঁলোক ঘৰলৈ যায়—য'ত তেওঁলোকৰ কাৰণে অপেক্ষা কৰি থাকে অন্য এক জীৱন; শান্তি, বিশ্ৰাম আৰু অৱসৰ বিনোদন। কিন্তু ডেমিয়েনে তেওঁৰ জীৱন্ত সমাধিৰ দুৱাৰ নিজে নিজেই বন্ধ কৰি দিছিল চিৰকাললৈ—যাতে তেওঁ তাৰ পৰা কেতিয়াও ওলাই যাব নোৱাৰে।

আপুনি কৈছে যে ডেমিয়েনৰ স্বভাৱ-চৰিত্ৰ আছিল অতি স্থূল। আপুনি বোধহয় বুজাব খুজিছে যে এনে এজন স্থূল প্ৰকৃতিৰ মানুহক বন্ধু বা সঙ্গী হিচাপে পোৱাটো আছিল কুষ্ঠৰোগীসকলৰ কাৰণে এটা ডাঙৰ দুৰ্ভাগ্য। আপুনি নিজকে এজন মাৰ্জিত

আৰু সংস্কৃতিৱান মানুহ বুলি বৰাই কৰে। তেন্তে কুষ্ঠৰোগীবোৰৰ মাজত সংস্কৃতিৰ পোহৰ বিলাবলৈ আপুনি কিয় সিহঁতৰ লগত থাকিবলৈ নগ'ল?

আপুনি কৈছে যে ডেমিয়েন আছিল অতি লেতেৰা মানুহ। কোনো সন্দেহ নাই যে তেওঁ আছিল লেতেৰা মানুহ। এনে এজন লেতেৰা মানুহৰ সঙ্গত বেচেৰা কুষ্ঠৰোগীবোৰৰ চাগে কিমানযে কষ্ট হৈছিল! কিন্তু এই লেতেৰা মানুহজনে কুষ্ঠৰোগীসকলৰ লগত লেটি-পেটি কৰি থাকোঁতে ড° হাইড ব্যস্ত হৈ আছিল তেওঁৰ সুন্দৰ বাসগৃহত অত্যুত্তম সুখাদ্য খোৱাৰ কামত।

আপোনাৰ আন এটা অভিযোগ হ'ল এই যে মহিলাৰ লগত ডেমিয়েনৰ সম্পৰ্ক পবিত্ৰ নাছিল বা সন্দেহৰ উৰ্দ্ধত নাছিল। এই কথা আপুনি কেনেকৈ জানিলে? অভিজাত অধ্যুষিত বেৰেটেনিয়া ষ্ট্ৰীটৰ সু-সজ্জিত ঘৰবোৰত যিবোৰ কথা-বাৰ্তা বা আলাপ-আলোচনা হয়—সেইবোৰৰ বিষয়-বস্তু কি মোলোকাইৰ সু-উচ্চ গিৰি শিখৰৰ ছাঁত কুষ্ঠৰোগীসকলৰ সেৱাত প্ৰাণপাত কৰা এজন দৰিদ্ৰ চহা পুৰোহিতৰ ৰুচি-বিগৰ্হিত অসদাচৰণ?

মই নিজে মোলোকাইলৈ যোৱাৰ আগতেও আন বহুতো মানুহ সেই দ্বীপটোলৈ গৈছিল। তেওঁলোকৰ কোনেও কিন্তু ডেমিয়েনৰ বিষয়ে এনে ধৰণৰ কুৎসা ৰটনা শুনা নাছিল। কিন্তু মই আপোনাক ফাকি দিব নোখোজোঁ। ডেমিয়েনৰ বিষয়ে এনে এটা কেলেংকাৰিৰ কাহিনী মই নিজেও মোলোকাইত শুনিবলৈ পাইছিলো। কেনেকৈ শুনিছিলো কওঁ শুনক। হনলুলুৰ পৰা ছামোৱালৈ এজন মানুহ আহিছিল। তেওঁ এই কথা মানুহৰ আগত কৈ ফুৰিছিল যে মহিলা কুষ্ঠৰোগীৰ লগত যৌন-সংসৰ্গৰ ফলত ডেমিয়েনকো সেই ৰোগে আক্ৰমণ কৰিছে। কথাটো শুনিয়ে মানুহবোৰে খুব ৰস পাইছিল সেই কথা মই বোধহয় আপোনাক নক'লেও হ'ব। কিন্তু কথাটো শুনি অন্ততঃ এজন মানুহে জাঁপ মাৰি থিয় হৈ হনলুলুৰ মানুহজনক ক'বলৈ ধৰিলে—'ঐ হতশ্ৰী বেইমান, তই কোৱা কাহিনীটো যদি হাজাৰবাৰো সঁচা হয়, কিন্তু এই কাহিনীটো প্ৰচাৰ কৰি ফুৰাৰ কাৰণে তই জানোৱাৰতকৈও লক্ষ-কোটি গুণে বেছি নীচ নহয়নে?'

মই কিমান সুখী হ'লোহেঁতেন—যদিহে ডেমিয়েনৰ বিষয়ে কুৎসাটো শুনাৰ লগে লগে আপোনাৰ প্ৰতিক্ৰিয়াও হ'লহেঁতেন সেই মানুহজনৰ প্ৰতিক্ৰিয়াৰ নিচিনা! ডেমিয়েনৰ বিষয়ে তেনে এটা কুৎসা শুনাৰ লগে লগে আপুনিও যদি সেই মানুহজনৰ নিচিনাকৈ পবিত্ৰ ক্ৰোধত ফাটি পৰিলেহেঁতেন! কিন্তু তাৰ পৰিৱৰ্তে আপুনি হনলুলুৰ কুৎসা ৰটনাকাৰী মানুহজনৰ ভূমিকাত অৱতীৰ্ণ হ'ল, আৰু বেছিকৈ ৰহণ সানিহে সেই একেটা কুৎসা নিজেও প্ৰচাৰ কৰিবলৈ লাগি গ'ল। কিন্তু তাকে কৰিয়ে আপুনি

সমাজৰ আগত নিজৰ কি পৰিচয় দাঙি ধৰিলে সেই বিষয়ে বোধহয় আপোনাৰ বিন্দুমাত্ৰও ধাৰণা হোৱা নাই।

তৰ্কৰ খাতিৰত বাৰু মই ধৰি ল'লো যে আপুনি ডেমিয়েনৰ বিষয়ে প্ৰচাৰ কৰা কাহিনীটো সঁচা। আশা কৰোঁ এনেকৈ ধৰি লোৱাৰ কাৰণে ঈশ্বৰে মোক ক্ষমা কৰিব,—কিন্তু মই এই কথাও ধৰি লৈছোঁ যে কৰ্তব্যৰ অতি সংকীৰ্ণ পথত অগ্ৰসৰ হওঁতে তেওঁৰ হয়তো পদস্খলনো হৈছিল। যিমানখিনি কাম কৰিবলৈ ডেমিয়েন অঙ্গীকাৰবদ্ধ হৈছিল তাতকৈ বহুত বেছি কাম তেওঁ কৰিছিল। আপোনাতকৈ বা মোতকৈ ডেমিয়েন আছিল অনেকগুণে উচ্চস্তৰৰ মানুহ। আমি যিমানখিনি কাম কৰাৰ কথা সপোনতো ভাবিব নোৱাৰোঁ তাতকৈ বহুত বেছি কাম তেওঁ কৰিছিল। কিন্তু এনে এটা কথা ধৰি লোৱাত মোৰ কোনো আপত্তি নাই যে কুষ্ঠৰোগে যেতিয়া তেওঁৰ শৰীৰ আক্ৰমণ কৰিলে তেতিয়া যন্ত্ৰণাত বা আতংকত বা ভয়ংকৰ নিঃসঙ্গতাৰ মাজত তেওঁ মানসিকভাৱে দুৰ্বল হৈ পৰিছিল; তেওঁৰ ৰিপুৰ ওচৰত আত্ম-সমৰ্পণ কৰিছিল। O Iago, the ray of it! ডেমিয়েনৰ এই কাহিনী শুনি অতি নিৰ্দয়জনৰো চকুপানী ওলোৱা উচিত; অতি অবিশ্বাসীজনৰো প্ৰাৰ্থনা কৰিবলৈ ইচ্ছা হোৱা উচিত। কিন্তু আপুনি কি কৰিলে? আপুনি ততালিকে বহি গ'ল ৰেভাৰেণ্ড এইচ্ বি গেইজলৈ সেই চিঠিখন লিখিবলৈ!'

ষ্টিভেনশ্যনৰ এই চিঠিখন পোৱাৰ পিছত ড° হাইডে ষ্টিভেনশ্যনক প্ৰত্যাক্ৰমণ কৰি The Congregationalist নামৰ ধৰ্মালোচনীত এখন চিঠি লিখিলে (৭ আগষ্ট, ১৮৯০)। চিঠিখনত তেওঁ ষ্টিভেনশ্যনক বহুত গালি-শপনি পাৰিলে যদিও এটা কথা স্বীকাৰ কৰি ল'বলৈ তেওঁ বাধ্য হ'ল যে ষ্টিভেনশ্যনৰ চিঠিখনত আছিল প্ৰতিভাৰ বিদ্যুৎস্পৰ্শ। ইংৰাজী ভাষাৰ প্ৰচলন থকা পৃথিৱীৰ সকলো দেশতে ষ্টিভেনশ্যনৰ চিঠিখন বহুলভাৱে পুনৰ্মুদ্ৰিত আৰু প্ৰচাৰিত হ'ল। কিন্তু তাৰ বিনিময়ত এটা ফুটাকড়িও ল'বলৈ তেওঁ ৰাজী নহ'ল। আনহাতে, ষ্টিভেনশ্যনৰ প্ৰশ্নবাণৰ সন্মুখত ড° হাইড অৱশেষত নীৰৱ হৈ পৰিবলৈ বাধ্য হ'ল। মানুহে তেওঁক আজিও মনত ৰাখিছে কেৱল তেওঁ ডেমিয়েনৰ কুৎসা ৰটনা কৰি ড° গেইজলৈ লিখা কুখ্যাত চিঠিখনৰ কাৰণে।

ডেমিয়েনৰ শেষ ইচ্ছাটো আছিল এই যে যিসকল কুষ্ঠৰোগীৰ সেৱাত তেওঁ জীৱনটো পাত কৰিলে তেওঁলোকৰ লগতেই যেন তেওঁক চিৰকাললৈ শুৱাই ৰখা হয়, অৰ্থাৎ সমাধিস্থ কৰা হয়। ৪৬ বছৰ তেওঁৰ শৱদেহ সমাধিস্থ হৈ আছিল হাৱাইৰ মাটিত। কিন্তু ষ্টিভেনশ্যনৰ এখন মাত্ৰ চিঠিয়ে তেওঁক বিশ্ববিখ্যাত কৰিলে; লগতে

অমৰো কৰিলে। মৃত্যুৰ ৪৬ বছৰৰ পিছত তেওঁৰ শৱদেহ বিপুল সন্মানসহকাৰে ঘূৰাই পঠোৱা হ'ল তেওঁৰ স্বদেশ বেলজিয়ামলৈ।

ড° হাইডৰ লগত তৰ্কযুদ্ধত অৱতীৰ্ণ হোৱাৰ কেইবছৰমানৰ পিছতে ১৮৯৪ চনত মাত্ৰ ৪৪ বছৰ বয়সত ষ্টিভেনশ্যনৰ মৃত্যু হ'ল। যি ছামোৱা দ্বীপত তেওঁ নিজৰ ৰোগক্লান্ত জীৱনৰ শেষ বছৰকেইটা অতিবাহিত কৰিছিল সেই দ্বীপৰে প্ৰশান্ত মহাসাগৰলৈ মুখ কৰি থকা এটা পৰ্বতত তেওঁক সমাধিস্থ কৰা হ'ল। এই প্ৰবন্ধৰ আৰম্ভণিতেই কোৱা হৈছে যে ষ্টিভেনশ্যন আছিল একাধাৰে ঔপন্যাসিক, নিবন্ধকাৰ আৰু কবি। তেওঁক ঘাইকৈ জনপ্ৰিয় কৰিছে তেওঁৰ ৰোমাঞ্চধৰ্মী উপন্যাসবোৰে। উত্তম গদ্য-শৈলীৰ চমৎকাৰ জৰ্জ লুই বৰহাছৰ নিচিনা মানুহ তেওঁৰ গদ্য পঢ়ি মুগ্ধ আৰু অভিভূত হয়। মই নিজে কিন্তু তেওঁৰ কবিতাৰো ভীষণ ভক্ত। বহু বছৰৰ আগতে পঢ়া তেওঁৰ A Child's Garden of Verses নামৰ কবিতা পুথিখনে মোৰ মনত সৃষ্টি কৰা ভাবাৱেশ আজিও সেই তাহানিৰ দৰেই সজীৱ হৈ আছে। আজি তেওঁৰ মাত্ৰ এটা বিশেষ কবিতাৰ কথা বিশেষভাৱে উল্লেখ কৰিব খোজোঁ।

নিজৰ মৃত্যুৰ বহু বছৰৰ আগৰে পৰা ষ্টিভেনশ্যনে এটা 'এপিটাফ' অৰ্থাৎ নিজৰ সমাধিফলকত উৎকীৰ্ণ কৰিব লগীয়া কবিতা ৰচনা কৰিবলৈ আৰম্ভ কৰিছিল। আচৰিত যেন লাগিলেও এই কথা সঁচা যে সুদীৰ্ঘ দহ বছৰ ধৰি তেওঁ এই কবিতাটো বাৰে বাৰে লিখি আছিল আৰু পৰিমাৰ্জনা কৰি আছিল। দহ বছৰ ধৰি কবিতাটোৰ ওপৰত এনেকৈ হাত ফুৰাওঁতে ফুৰাওঁতে প্ৰথম অৱস্থাত দীঘলকৈ লিখা কবিতাটোৰ আকাৰ ইমান ক্ষুদ্ৰ আৰু ঘন-সন্নিবদ্ধ হ'ল যে মাত্ৰ আঠটা শাৰীতে কবিতাটো শেষ হ'ল। কবিৰ পৰা ইমান বেছি পৰিশ্ৰম দাবী কৰা কবিতা সমগ্ৰ বিশ্ব-সাহিত্যতে খুব বেছি পাবলৈ নাই।

ষ্টিভেনশ্যনে দহ বছৰ ধৰি লিখা *Requiem* নামৰ কবিতাটো তলত সম্পূৰ্ণ ৰূপত উদ্ধৃত কৰা হ'ল—

Under the wide and starry sky
Dig the grave and let me lie :
Glad did I live and gladly die,
And I laid me down with a will.

This be the verse you grave for me :
Here he lies where he longed to be :
Home is the sailor, home from sea,
And the hunter from the hill.

# ভিনচেণ্ট ভেন গঘৰ এখন চিঠি

'আমাৰ অসম'ৰ সম্পাদক হোৱাৰ দিন ধৰি মই এটা ডাঙৰ মানসিক অশান্তিত ভুগি আছোঁ। অশান্তিৰ ঘাই কাৰণটো হ'ল এই যে দৈনিক কাকতৰ সম্পাদক হোৱাৰ ফলত মই আগৰ নিচিনাকৈ লিখিবলৈ আৰু পঢ়িবলৈ সময় উলিয়াব নোৱৰা হ'লো। লিখিবলৈ আৰু পঢ়িবলৈ সময় উলিয়াবৰ কাৰণেই মই সমগ্ৰ কৰ্ম-জীৱন ধৰি সু-পৰিকল্পিতভাৱে কেৱল সাপ্তাহিক আলোচনীৰ লগত জড়িত হৈ আছিলো। ফলত সাহিত্য আৰু সাংবাদিকতা দুয়োটাৰ কাৰণেই মই সময় উলিয়াব পাৰিছিলো। এতিয়া দৈনিক কাকতৰ সম্পাদনাই মোক এনেকৈ গ্ৰাস কৰি ধৰিছে যে কিতাপ লিখাৰ চিন্তা মনৰ পৰা বিসৰ্জন দিব লগাৰ নিচিনাই হৈছে। অৱশ্যে কিতাপ মই নিলিখাকৈ থকা নাই। 'আমাৰ অসম'ৰ সম্পাদকৰ দায়িত্ব ল'বৰ দিনাৰ পৰা মই এখন কিতাপ লিখাৰ কামো আৰম্ভ কৰিলো। কিতাপখন (ধুমুহা আৰু ৰামধেনু) যোৱা বছৰৰ নৱেম্বৰ মাহত প্ৰকাশ হৈ ওলাইছে। কিন্তু এখন ভাল কিতাপ লিখিবৰ কাৰণে যি ধৰণৰ অখণ্ড মনোযোগ দিয়াৰ দৰকাৰ, এখন দৈনিক কাকতৰ সম্পাদকৰ পক্ষে তেনে ধৰণৰ মনোযোগ দিয়াটো সম্ভৱ নহয়। আনহাতে, অখণ্ড মনোযোগ দি ভাববোৰ পৰিপাটি আৰু ভাষা নিমজ কৰিব নোৱাৰিলে এজন লেখকে তেওঁৰ লেখাৰ পৰা পৰিপূৰ্ণ আনন্দ কেতিয়াও পাব নোৱাৰে; বৰং এক ধৰণৰ গভীৰ অতৃপ্তিয়েহে তেওঁক এটা বিষাক্ত পোকৰ দৰে অনবৰত কামুৰি থাকে। এই কিতাপ নিলিখাকৈ থাকিব নোৱাৰোঁ; অথচ অখণ্ড মনোযোগ দি কিতাপ লিখিবলৈ সময় উলিয়াব নোৱৰা হৈছোঁ। তদুপৰি এই চিন্তাও মই মনৰ পৰা দূৰ কৰি ৰাখিব নোৱৰা হৈছোঁ যে মোৰ বয়স হৈছে; আগতকৈ দ্ৰুতগতিৰে বছৰবোৰ পাৰ হৈ যাবলৈ ধৰিছে। গোটেই জীৱন পৰিকল্পনা কৰি থকা দুখনমান কিতাপ যদি মই এতিয়াই লিখিব নোৱাৰোঁ, তেন্তে সেইবোৰ লিখিবলৈ কেতিয়া সময় পাম?

লিখিবলৈ সময় নোপোৱাৰ যন্ত্ৰণা কিমান ভয়ংকৰ হ'ব পাৰে, সেই কথা অনুভৱ কৰিব পাৰিব কেৱল সেইসকল লোকেহে—যিসকল লোকে কেৱল লেখাৰ কামতেই নিজৰ সমগ্ৰ জীৱন উছৰ্গা কৰিছে, আৰু একমাত্ৰ লেখাৰ মাজতেই বিচাৰি পাবলৈ চেষ্টা কৰিছে জীয়াই থকাৰ সাৰ্থকতা। অৱশ্যে লেখাৰ কামটোও হ'ব পাৰে ভীষণ যন্ত্ৰণাদায়ক। এজন লেখকে যেতিয়া অনুভৱ কৰে যে তেওঁ যেনেকৈ লিখিব খুজিছে তেনেকৈ লিখিব পৰা নাই, তেওঁৰ মগজৰ অন্ধকাৰ গুহাবোৰৰ পৰা শব্দবোৰ ওলাই আহিব খোজা নাই,

বা ওলাই আহিলেও সিহঁতে লেখকৰ শাসন মানিব খোজা নাই, তেতিয়া তেওঁৰ নিজৰ ওপৰত বিশ্বাস হেৰুৱাই পেলাই অসহায় যন্ত্ৰণাত ছট্‌ফটাবলৈ ধৰে। অন্ততঃ কিছু সময়ৰ কাৰণে হ'লেও জীৱনটো তেওঁৰ কাৰণে হৈ পৰে অৰ্থহীন আৰু অসাৰ্থক। জোছেফ কনৰাডে লিখি থৈ গৈছে যে তেনেবোৰ মুহূৰ্তত তেওঁৰ আনকি আত্মহত্যা কৰিবলৈকো মন যায়। The Rescue নামৰ উপন্যাসখন লিখি থাকিবৰ সময়ত কনৰাডৰ তেনে মানসিক অৱস্থা হৈছিল। সেই সময়তে তেওঁ এজন বন্ধুলৈ লেখা এখন চিঠিত লিখিছিল—'মই মৰা নাই যদিও আধাহে জীয়াই আছোঁ। অতি সোনকালে মই তোমালৈ মোৰ লেখাৰ কিছু পাণ্ডুলিপি পঠাম। মই আশাহীনভাৱে লিখি আছোঁ; তথাপি মই লিখিয়েই আছোঁ। মই কেনেকুৱা অনুভৱ কৰিছোঁ, সেই কথা মই প্ৰকাশ কৰিব নোৱাৰোঁ। পৃষ্ঠাবোৰ বাঢ়ি গৈ আছে, কিন্তু কাহিনীটো অচল হৈ ৰৈ আছে একে ঠাইতে। ... ... মোৰ আত্মহত্যা কৰিবলৈ মন গৈছে। চাৰিওফালে অন্ধকাৰ দেখিছোঁ।'

লেখাৰ কামটো কিমান যন্ত্ৰণাদায়ক হ'ব পাৰে, সেই কথা বৰ্ণনা কৰি জয়েছ কেৰি নামৰ এজন ইংৰাজ লেখকেও কৈছিল যে লেখাৰ টেবুলত বহাতকৈ তেওঁ এটা জ্বলন্ত চৌকাৰ ওপৰত বহি থাকিবলৈকে বেছি ভাল পাব। কিন্তু মুখেৰে এনেকৈ ক'লে কি হ'ব, তেওঁ কিন্তু জ্বলন্ত চৌকাৰ ওপৰত বহি নাথাকি জীৱনৰ বেছিভাগ সময় লেখাৰ টেবুলত বহিয়েই কটাই দিছিল। লেখাৰ কামটো যন্ত্ৰণাদায়ক হ'ব পাৰে; কিন্তু ই এনে এক যন্ত্ৰণা—যাৰ মাজত এজন লেখকে তেওঁৰ জীৱনৰ চৰম সাৰ্থকতা বিচাৰি পায়, আৰু সেই কাৰণেই তেওঁ সেই যন্ত্ৰণাৰ ওচৰত স্বেচ্ছাই বাৰে বাৰে আত্ম-সমৰ্পণ কৰে। সেই যন্ত্ৰণাৰ অবিহনে তেওঁ জীয়াই থাকিব নোৱাৰে।

যোৱা কিছুদিন ধৰি লেখাৰ যন্ত্ৰণাৰ পৰা বঞ্চিত হৈ মই ইমান বেছি যন্ত্ৰণা পাবলৈ ধৰিছিলো যে জীৱনটো মোৰ কাৰণে খুব বিবৰ্ণ আৰু বিস্বাদ হৈ পৰিছিল। লিখিবলৈ মোৰ হাতত আৰু খুব বেছি সময় নাই—এনে এটা অনুভূতিয়েও মোক অস্থিৰ কৰি তুলিছিল। সাংবাদিকতাৰ পৰা অব্যাহতি পাবলৈ কৰা চেষ্টাও বাৰে বাৰে ব্যৰ্থ হৈছিল। এই আটাইবোৰ হতাশা, অস্থিৰতা আৰু অৱসাদৰ হেঁচাত মই যেতিয়া পিষ্ট হ'বলৈ ধৰিছিলো, তেতিয়া মোলৈ সহায়ৰ হাত আগবঢ়াই দিলে ভিনচেণ্ট ভেন গঘে। তেওঁৰ এখন চিঠি পঢ়ি মোৰ মন প্ৰশান্তিৰে ভৰি গ'ল; ভৱিষ্যতলৈ মই আকৌ চাব পৰা হ'লো আশাৰ চকুৰে। মানুহৰ জীৱনত শিকাৰ কেতিয়াও শেষ নহয়। ভেন গঘৰ এই অকণমানি চিঠিখনে মোক আকৌ এবাৰ অৰ্থপূৰ্ণভাৱে জীয়াই থাকিবলৈ আৰু কাম কৰিবলৈ প্ৰেৰণা দিলে।

আত্মহত্যা কৰি মৃত্যুবৰণ কৰাৰ সময়ত ভিনচেণ্ট ভেন গঘৰ বয়স হৈছিল মাত্ৰ সাতত্ৰিশ বছৰ। এই চুটি জীৱনকালতে তেওঁ প্ৰায় দুহেজাৰখন ছবি আঁকাৰ উপৰিও কেইজনমান আত্মীয় আৰু বন্ধু-বান্ধৱলৈ আঠশখন চিঠি লিখিছিল। প্ৰায় চল্লিশ বছৰৰ

আগতে সেই চিঠিবোৰ এজন প্ৰকাশকে কিতাপ আকাৰে প্ৰকাশ কৰি উলিয়াইছে (The Complete Letters of Vincent Van Gogh)। কিতাপখন মই এতিয়ালৈকে পঢ়ি পোৱা নাই; কিন্তু কবি ডব্লিউ এইচ অডেনে ভেন গঘৰ চিঠিবোৰৰ ওপৰত মন্তব্য কৰি ১৯৫৯ চনৰ এপ্ৰিল সংখ্যা 'এন্‌কাউণ্টাৰ'ত লেখা এটা প্ৰবন্ধ পঢ়ি মই চিঠিবোৰৰ বক্তব্য সম্পৰ্কে মোটামুটিভাৱে এটা ধাৰণা কৰিব পাৰিছোঁ। ভেন গঘৰ ৩৭ বছৰীয়া চুটি জীৱনটো আছিল অন্তহীন দুখ-কষ্ট, সংঘাত আৰু যন্ত্ৰণাৰে পৰিপূৰ্ণ। তেওঁ কোনোদিন পেট ভৰাই খাবলৈ পোৱা নাছিল; নাৰীৰ দ্বাৰা বাৰে বাৰে নিৰ্মমভাৱে প্ৰত্যাখ্যাত হৈছিল; নিজৰ জীৱনকালত বিক্ৰী কৰিব পাৰিছিল মাত্ৰ এখন ছবি। তদুপৰি মানসিক ৰোগৰ দ্বাৰা তেওঁ এনেভাৱে আক্ৰান্ত হৈছিল যে জীয়াই থাকিবলৈ ভয় কৰি তেওঁ মাত্ৰ ৩৭ বছৰ বয়সতে আত্মহত্যা কৰি নিজৰ জীৱনৰ অৱসান ঘটাইছিল। কিন্তু নিজৰ অন্তৰ উজাৰ কৰি লিখা আঠশখন চিঠিত তেওঁৰ হতাশা, যন্ত্ৰণা বা পৰাজয় ফুটি উঠা নাই; ফুটি উঠিছে গভীৰ প্ৰশান্তি, আত্মবিশ্বাস আৰু জীৱনৰ প্ৰতি অন্তহীন প্ৰেম। চিঠিবোৰ পঢ়ি অডেনে মন্তব্য কৰিছে—'In spite of everything, the final impression is one of triumph.'

ভেন গঘৰ যিখন চিঠিয়ে মোৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছে আৰু যিখন চিঠিৰ বিষয়ে ক'বৰ কাৰণেই এই প্ৰবন্ধৰ অৱতাৰণা—সেই চিঠিখন মই পঢ়িবলৈ পাইছোঁ ভেন গঘৰ ৫৫খন ছবিৰ এখন এলবাম তথা আৰ্ট-বুকত। আমেৰিকা যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰিবলৈ যোৱা মোৰ এজন বন্ধুৱে সেই আৰ্ট-বুকুখন কিনি আনি মোক উপহাৰ দিছে। তলত চিঠিখনৰ মুকলি অসমীয়া অনুবাদ দিয়া হ'ল। ভেন গঘে এই চিঠিখন লিখিবৰ সময়ত তেওঁৰ বয়স হৈছিল ৩০ বছৰ। তেওঁৰ জীৱনৰ আৰু মাত্ৰ সাতটা বছৰ বাকী আছিল। নিজৰ জীৱনৰ লক্ষ্য স্থিৰ কৰি তেওঁ এই চিঠিখনত লিখিছিল ঃ

'মই কাম কৰি থাকোঁ, আৰু মূৰ্খৰ দৰে মই মাত্ৰ এটা কথা জানো ঃ কেইবছৰমানৰ ভিতৰত মই এখন নিৰ্দিষ্ট ছবি আঁকি শেষ কৰিব লাগিব। মই খুব বেছি লৰা-ঢপৰা কৰাৰ কোনো প্ৰয়োজন নাই। তেনে কৰি একো লাভ নহ'ব। কিন্তু মই পৰিপূৰ্ণ প্ৰশান্তি আৰু স্থিৰতাৰ মাজত কাম কৰিব লাগিব; যিমানদূৰ সম্ভৱ মই প্ৰতিদিনে নিয়মিতভাৱে নিৰ্দিষ্ট সময়ৰ কাৰণে কাম কৰিব লাগিব। এই পৃথিৱীখনৰ বুকুৰেদি মই ত্ৰিশটা বছৰ খোজ কাঢ়িছোঁ; সেই কাৰণে পৃথিৱীখনৰ প্ৰতি মই এক ধৰণৰ ঋণ আৰু কৰ্তব্য অনুভৱ কৰোঁ। সেই ঋণ আৰু কৰ্তব্যই হ'ল পৃথিৱীখনৰ লগত মোৰ একমাত্ৰ সম্পৰ্ক। কৃতজ্ঞতাৰ চিন স্বৰূপে মই এৰি থৈ যাব খোজোঁ কেইখনমান ছবি। কোনো এক বিশেষ ধৰণৰ শিল্প-ৰুচি তৃপ্ত কৰাটো মোৰ ছবি আঁকাৰ উদ্দেশ্য নহয়। মই মাত্ৰ প্ৰকাশ কৰিব খোজোঁ আন্তৰিক আৰু অকৃত্ৰিম মানসিক অনুভূতি। সেইটোৱেই হ'ল মোৰ জীৱনৰ লক্ষ্য।'

# লাই হালে জালে আবেলি বতাহে

আমাৰ তুলনাত আজি-কালিৰ বেছিভাগ ল'ৰা-ছোৱালীয়েই অন্ততঃ এটা ক্ষেত্ৰত খুব দুৰ্ভগীয়া বুলি মোৰ মনত এটা ধাৰণা হৈছে। বিশেষকৈ চহৰীয়া শিক্ষিত মধ্যবিত্ত পৰিয়ালৰ ল'ৰা-ছোৱালীবোৰ। সৰুতে আমি মা আৰু আইতাহঁতৰ বুকুত সোমাই নিচুকনি গীত শুনি শুনি টোপনি গৈছিলো। তেওঁলোকৰ কৰুণ কোমল মাতৰ সেই নিচুকনি গীতবোৰে আমাক এখন অপাৰ্থিৱ জগতৰ কাহিনী কৈ শুনোৱাৰ উপৰিও আমাৰ হৃদয়লৈ সঞ্চাৰিত কৰি দিছিল মৰমৰ মায়াময় উত্তাপ। তাৰ স্মৃতিয়ে আজিও আমাৰ হৃঁদয় সঞ্জীৱিত কৰি ৰাখিছে। মানুহৰ হৃদয় যে এক অন্তহীন স্নেহ-সুধাৰ উৎস সেই কথা জানিবলৈ সুযোগ পোৱাটো জীৱনৰ এটা পৰম সৌভাগ্য। যিবোৰ শিশুৱে মাক বা আইতাকৰ বুকুত সোমাই নিচুকনি গীত শুনাৰ সুযোগ পাইছে তেওঁলোকৰ সেই সৌভাগ্য হৈছে। কিন্তু আজি-কালিৰ চহৰীয়া—বা আনকি গাঁৱলীয়া মাতৃসকলৰো—নিজৰ ল'ৰা-ছোৱালীক বুকুত সোমোৱাই লৈ নিচুকনি গীত শুনাবলৈ সময় হয়নে? সময় হ'লেও তেওঁলোকৰ মনত কেতিয়াবা তেনে ইচ্ছা জাগেনে?

আজি হঠাৎ নিচুকনি গীতৰ কথা মোৰ মনত পৰাৰ এটা বিশেষ কাৰণ আছে। আজি ৰাতিপুৱা অনুৰাধাহঁতৰ ('আমাৰ অসম'ৰ ডায়েৰি-খ্যাতা অনুৰাধা) ঘৰৰ পৰা মোলৈ এটা টোপোলা আহিল। এনেকুৱা টোপোলা অৰ্থাৎ মৰমৰ উপহাৰ তেওঁলোকৰ ঘৰৰ পৰা মাজে মাজে আহিয়েই থাকে। কিন্তু আজিৰ টোপোলাটোৰ এটা বিশেষত্ব এয়েই যে তাত অলপ লাইশাক আছিল। প্ৰদীপ তেওঁৰ চৰকাৰী কামত প্ৰায়েই মেঘালয়ৰ বিভিন্ন ঠাইলৈ গৈ থাকিব লগা হয়। ঘূৰি আহোঁতে তেওঁ নানা বিধৰ পাহাৰী বস্তু সংগ্ৰহ কৰি লৈ আহে! মাজে মাজে ময়ো সেইবোৰৰ ভাগ পাওঁ। কিন্তু লাইশাক প্ৰথমবাৰৰ কাৰণে পালো।

বেছি কথালৈ যোৱাৰ আগতে প্ৰদীপৰ বিষয়েও দু-আষাৰমান কথা কৈ লোৱাটো বোধহয় ভাল হ'ব। তেওঁ ব্ৰহ্মপুত্ৰ বোৰ্ডৰ ইঞ্জিনীয়াৰ। সেই সূত্ৰে মেঘালয় তেওঁৰ কৰ্মক্ষেত্ৰ। তেওঁ প্ৰতি সপ্তাহত তালৈ গৈ থাকিব লগা হয়। তেওঁ কিন্তু কেৱল এজন ইঞ্জিনীয়াৰেই নহয়; তেওঁ এজন সম্ভাৱনাপূৰ্ণ গল্পকাৰো আছিল। এবাৰ 'দৈনিক অসম'ৰ গল্প প্ৰতিযোগিতাত তেওঁ পুৰস্কাৰো পাইছিল। কিন্তু চৰকাৰী কামৰ হেঁচা

ক্ৰমাৎ বেছি হৈ অহাত তেওঁ বহুত দিন একো লিখা নাই। লেখক হোৱাৰ উপৰিও তেওঁ এজন প্ৰতিভাৱান অভিনেতা। পিয়লি ফুকন, অনঙ্গ আৰু শকুনি আদি বিখ্যাত চৰিত্ৰত স্মৰণীয় অভিনয় কৰি তেওঁ বহুতৰ মন মুহি থৈছে। এইখিনিতে এটা কথা কৈ থোৱাটো উচিত হ'ব যে অনুৰাধা শৰ্মা পূজাৰীৰ 'ডায়েৰি'ৰ (সপ্তাহান্তিক 'আমাৰ অসম') বেছ কিছু সমল আহিছে প্ৰদীপ আৰু অনুৰাধাৰ যুটীয়া অভিজ্ঞতাৰ পৰা। অনুৰাধাই তেওঁৰ 'ডায়েৰি'ত লিখিবলৈ পাহৰি যোৱা বহুতো কথা প্ৰদীপে তেওঁক লিখিবলৈ মনত পেলাই দিয়ে। এনেকৈ নিজে একো নিলিখিও প্ৰদীপ পৰোক্ষভাৱে লেখাৰ কামত জড়িত হৈ আছে।

প্ৰদীপৰ বিষয়ে ইমানখিনি কথা কোৱাৰ পিছতো এটা কথা এতিয়াও কোৱা হোৱা নাই। সেইটো হৈছে এই যে অনুৰাধাই তেওঁৰ পত্নী হোৱাৰ সৌভাগ্য অৰ্জন কৰিছে। অৱশ্যে নাৰীবাদী দৃষ্টিকোণৰ পৰা চাই কোনোবাই হয়তো এনেকৈও ক'ব পাৰে যে প্ৰদীপে অনুৰাধাৰ স্বামী হোৱাৰ সৌভাগ্য অৰ্জন কৰিছে।

কিন্তু এহো বাহ্য। আচল কথাটো হ'ল লাইশাক।

প্ৰদীপহঁতৰ ঘৰৰ পৰা অহা টোপোলাটোত এমুঠি ডাঙৰ লাইশাক আৱিষ্কাৰ কৰি খন্তেকতে মোৰ মনটো অতীতলৈ উৰা মাৰিলে। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে বহুত দিন লাইশাকৰ লগত মোৰ কোনো সম্পৰ্ক নাছিল; সেই কাৰণে লাইশাকমুঠি দেখাৰ লগে লগে মোৰ মনটো স্মৃতি-কাতৰ হৈ পৰিল। আজি-কালি গুৱাহাটীৰ বজাৰবোৰত বছৰটোৰ বেছিভাগ সময়তে লাইশাকৰ আকাল নাই। কিন্তু সেইবোৰ লাইশাক দেখি বা খাই ভাল লগাৰ পৰিৱৰ্তে মোৰ মনলৈ বেজাৰৰ ভাবহে বেছিকৈ আহে। বাল্যকালত গাঁৱত আমি যিবোৰ লাইশাক খাইছিলো তাৰ গোন্ধ আৰু সোৱাদ গুৱাহাটীৰ বজাৰৰ লাইশাকৰ তুলনাত আছিল অমৃতৰ নিচিনা। লাইশাক এডাল ছিঙি দিলেই তাৰ জলা জলা গোন্ধটোৱে আমাৰ জিভাৰ পৰা লোভৰ পানী উলিয়াইছিল। নিশ্চয় মাটি আৰু প্ৰাকৃতিক সাৰৰ গুণতেই সেই যুগৰ গাঁৱলীয়া লাইশাক ইমান লোভনীয় গোন্ধৰ অধিকাৰী হৈছিল। কিন্তু আজি-কালি চহৰৰ বজাৰত কিনিবলৈ পোৱা লাইশাকৰ সেইবোৰ গোন্ধ-ভাপ আৰু সোৱাদ একেবাৰে নাই। সেই কাৰণে সেইবোৰ লাইশাক মুখত দিলেই ল'ৰাকালত গাঁৱৰ ঘৰত খোৱা লাইশাকৰ তুলনা আপোনা-আপুনি মনলৈ আহি যায় আৰু চিৰকাললৈ হেৰাই যোৱা এখন জগতৰ কথা মনত পৰি মনটো দুখেৰে ভৰি পৰে।

অৱশ্যে, এইখিনিতে এটা কথা কৈ থোৱাটো উচিত হ'ব যে চহৰীয়া লাইশাকৰ ইমানবোৰ বদনাম গাইছোঁ যদিও ভাল ৰান্ধনীৰ হাতত পৰিলে সিও এটা সু-খাদ্যত পৰিণত হ'ব পাৰে। উদাহৰণ স্বৰূপে বন্ধুবৰ ডাঃ মুক্তিপ্ৰসাদ গগৈৰ ঘৰত ত্ৰিশ

বছৰমানৰ আগতে খোৱা এখন মেৰলাইৰ ভজাৰ কথা ক'ব পাৰি। মই নিজে পেটুক বা ভোজন-বিলাসী মানুহ নহ'লেও সু-খাদ্যৰ স্মৃতি মই কেতিয়াও নাপাহৰোঁ। (মোৰ সু-খাদ্যৰ তালিকাত অৱশ্যে দীঘলগড়া মিছিংগাঁৱত খোৱা পাতত দিয়া তিতা-ভেকুৰিও আছে!) ত্ৰিশ বছৰৰ আগতে ডাঃ গগৈৰ ঘৰত খোৱা ৰসাল মেৰলাইৰ ভজাখন কোনে কি প্ৰণালীৰে ৰান্ধিছিল সেইকথা মই নাজানোঁ; কিন্তু ল'ৰাকালত মাহঁতে ৰন্ধা বা সিজোৱা লাইশাকৰ আঞ্জাৰ পিছত যিখন লাইশাকৰ আঞ্জা মোৰ জিভাত অমৃত যেন লাগিছিল সেইখন আছিল ত্ৰিশ বছৰৰ আগতে ডাঃ মুক্তিপ্ৰসাদ গগৈৰ ঘৰত খোৱা মেৰলাইৰ ৰসাল ভজাখন। ডাঃ গগৈৰ ঘৰত ইয়াৰ পিছতো বহুতবাৰ ভূৰি-ভোজন কৰিছোঁ; কিন্তু তেওঁ দ্বিতীয়বাৰৰ কাৰণে তেনে এখন অবিস্মৰণীয় লাইশাকৰ আঞ্জা মোক আৰু খুৱাব পৰা নাই। ভাল বস্তুবোৰ বোধ কৰোঁ এনেকৈয়ে জীৱনৰ পৰা চিৰকাললৈ হেৰাই যায়, আৰু হেৰাই যায় কাৰণেই সেইবোৰৰ স্মৃতি ইমান মধুৰ।

লাইশাকৰ বিষয়ে কবিতা লেখাৰ কথা কোনোবাই কল্পনা কৰিব পাৰেনে? মই জনাত অসমীয়া ভাষাত এটাই মাত্ৰ কবিতা আছে (যদিহে আপোনালোকে সেইটোক কবিতা বুলি স্বীকাৰ কৰে), যিটো কবিতাত লাইশাকেও ঠাই পাইছে। কবিতাটোৰ ৰচক হ'ল সেই একেজন ডাঃ মুক্তিপ্ৰসাদ গগৈ—যিজনে ত্ৰিশবছৰৰ আগতে মোক খুওৱা লাইশাকখনৰ সোৱাদ মই আজিও পাহৰিব পৰা নাই। ডাঃ গগৈয়ে তেওঁৰ কবিতাটোত লাইশাকৰ বিষয়ে লিখিছে—

অহা কালিলৈ উৰুকা
মাঘ বিহুৰ উৰুকা।
এটা ভাল লগা দিন
এটা মৰম লগা দিন
সাঁজ, লাইশাক, বৰালিমাছ খোৱা দিন।

প্ৰদীপহঁতৰ ঘৰৰ পৰা অহা লাইশাকৰ মুঠিটো দেখি আৰু অনেক স্মৃতি মোৰ মনলৈ আহিছে। গোটেইবোৰ ক'লে শুনি শুনি আপোনালোকে আমনি পাব পাৰে। সেই কাৰণে আৰু মাত্ৰ এটা কৈয়েই মই ক্ষান্ত হ'ম।

এসময়ত সাংবাদিকতাৰ কামত মই আমাৰ ওচৰ-চুবুৰীয়া পাহাৰী ৰাজ্যকেইখন টহলি ফুৰিব লগা হৈছিল। তেতিয়া বহুতো চহৰীয়া জনজাতীয় বন্ধুৰ ঘৰত দিনৰ বা ৰাতিৰ আহাৰ খোৱাৰ সৌভাগ্য হৈছিল। যিসকল বন্ধুৱে নিমন্ত্ৰণ কৰিছিল তেওঁলোক সকলোৱেই আছিল সাংবাদিক বা উচ্চপদস্থ চৰকাৰী বিষয়া। গুৱাহাটীৰ যিকোনো

এখন হোটেলত বা অৱস্থাপন্ন মানুহৰ ঘৰত খাবলৈ পোৱা আহাৰৰ লগত তেওঁলোকৰ ঘৰত খোৱা আহাৰৰ একো পাৰ্থক্য নাছিল। কিন্তু এবাৰ এখন ভিতৰুৱা নগা গাঁৱত তেওঁলোকৰ নিজস্ব পদ্ধতিৰে ৰন্ধা এখন ব্যঞ্জনৰ জুতি ল'বলৈ মই সুযোগ পালো—যিখন ব্যঞ্জনৰ সোৱাদ আজিও মোৰ জিভাত লাগি আছে। সেই ব্যঞ্জনখনৰ প্ৰধান উপকৰণ আছিল লাইশাক।

ক'হিমাৰ পৰা সত্তৰ কিলোমিটাৰ দূৰত চেচামা নামৰ সেই আঙ্গামী নগা গাঁওখনত মই জীৱনত প্ৰথমবাৰৰ কাৰণে (আৰু আশা কৰোঁ শেষবাৰৰ কাৰণে) কুকুৰৰ মাংস খাব লগা হৈছিল। 'চেচামাত এটা দিন' নামৰ এটা প্ৰবন্ধত সেই অভিজ্ঞতাৰ কথা মই সবিস্তাৰে লিখিছোঁ। কিন্তু কুকুৰৰ মাংস খোৱাৰ নিচিনা এটা অভূতপূৰ্ব অভিজ্ঞতাত বেছিকৈ জোৰ দিব লগা হোৱাৰ কাৰণে প্ৰবন্ধটোত লাইশাকৰ কথা লেখা নহ'ল। Better late that never। আজি সেই লাইশাকৰ আঞ্জাখনৰ বিষয়ে লিখি মই মোৰ দোষ প্ৰক্ষালন কৰাৰ লগতে এখন অনুপম ব্যঞ্জনৰ প্ৰতি মোৰ প্ৰশংসা জ্ঞাপন কৰিব খুজিছোঁ।

চেচামা গাঁৱৰ যিজন মানুহৰ ঘৰত মই সেইদিনা দুপৰীয়াৰ আতিথ্য গ্ৰহণ কৰিব লগা হৈছিল তেওঁৰ এজনী ভনীয়েক আছিল সেইখন গাঁৱৰে স্কুলৰ হিন্দী শিক্ষয়িত্ৰী। তেওঁ ৰাজস্থানত দুবছৰ থাকি হিন্দী শিকিছিল। গতিকে তেওঁ অসমীয়া অতিথিৰ কাৰণে প্ৰস্তুত কৰা বেছিভাগ ব্যঞ্জনেই আছিল আজি-কালি ভাৰতৰ সকলো ঠাইতে খাবলৈ পোৱা সৰ্ব-পৰিচিত ব্যঞ্জন। সেইবোৰৰে মাজতে তেওঁ এটা পাত্ৰ মোলৈ আগবঢ়াই দি ক'লে—'এইখন আমি নগা মানুহে খোৱা মুৰ্গীৰ আঞ্জা। আপুনি খাব পাৰিব নে নোৱাৰে ক'ব নোৱাৰোঁ। চেষ্টা কৰি চাব পাৰে।'

মই বাকীবোৰ আঞ্জাৰ বাটি দূৰলৈ ঠেলি নগা আঞ্জাৰ বাটিটো ওচৰলৈ টানি আনিলো। কোপ্তা-কালিয়া সকলো ঠাইতে খাবলৈ পাম; কিন্তু নগা মুৰ্গীৰ আঞ্জা নগা গাঁৱৰ বাহিৰে আন ক'ত খাবলৈ পাম? আঞ্জাখনৰ ফালে চাই বুজিলো যে কিবা এবিধ শাক আৰু কুকুৰাৰ মঙহ একেলগে সিদ্ধ কৰা হৈছে। আঞ্জাখনৰ চেহেৰা দেখিয়েই মোৰ জিভাৰ পৰা অকণমান পানী ওলাল। অসমৰ মিছিংসকলেও মঙহৰ লগত নানা বনৰীয়া শাক মিহলি কৰি সিজাই খায়। অন্ততঃ এসময়ত খাইছিল। মই বহুত বছৰৰ আগতে মাজুলীত ছাব-ডেপুটী কালেক্টৰ হৈ থাকোঁতে মিছিং মানুহৰ ঘৰবোৰ মোৰ ভাতঘৰ আছিল। তেতিয়া মাজুলীৰ উজনিৰ পৰা নামনিলৈ প্ৰত্যেকখন মিছিং গাঁৱত চাং বগাই মই আটাইবোৰ মিছিং ব্যঞ্জনৰ জুতি লৈছিলো। মই আটাইতকৈ ভাল পাইছিলো তেওঁলোকে মঙহৰ লগত নানা বনৰীয়া শাক-পাচলি মিহলাই আৰু মচলাৰ নামত কেৱল জলকীয়া দি সিদ্ধ কৰা আঞ্জাখন।

তাৰ জুতি এতিয়াও মোৰ মুখত লাগি আছে। নগা মুৰ্গীৰ আঞ্জাখন দেখি তৎক্ষণাৎ মোৰ মনলৈ আহিল বহুত বছৰৰ আগতে মাজুলীৰ মিছিং গাঁৱত খোৱা সিজোৱা মঙহৰ স্মৃতি। আঞ্জাখন দেখিয়েই মোৰ জিভাৰ পৰা অকণমান পানী ওলোৱাৰ সেইটো আছিল প্ৰধান কাৰণ।

মাত্ৰ সৌ-সিদিনালৈকে এনে এটা দিন আছিল—যেতিয়া গাহৰি-কুকুৰা খোৱা আহোম আৰু জনজাতীয় মানুহৰ খাদ্যাভ্যাসক সমাজৰ আন সকলো শ্ৰেণীৰ মানুহে অতি ঘৃণাৰ চকুৰে চাইছিল। আমাৰ গাঁওখনৰ বেছিভাগ মানুহেই আছিল চুতীয়া মানুহ; মাত্ৰ কেইঘৰমান মানুহ আহোম। জাতিগতভাৱে আহোম আৰু চুতীয়াৰ বিশেষ পাৰ্থক্য একো নাই। কিন্তু চুতীয়াসকল হিন্দু হৈ ইমান বেছি গোঁড়া হৈছিল যে আহোমসকলৰ গাহৰি-কুকুৰা খোৱা অভ্যাসটোক তেওঁলোকেও ঘৃণাৰ চকুৰে চাইছিল। ওচৰ-চুবুৰীয়া চুতীয়াসকলৰ নিন্দাৰ ভয়ত আমি দিনৰ পোহৰত ঘৰলৈ কুকুৰা আনিবলৈ ভয় কৰিছিলো। চোৰৰ নিচিনাকৈ ৰাতিৰ আন্ধাৰতহে ঘৰলৈ কুকুৰা আনি তাৰ মঙহৰ আঞ্জা খাইছিলো। কিন্তু আমাৰ নিজৰ জীৱনকালতেই সমাজৰ ইমান বেছি পৰিৱৰ্তন হ'ল যে গাহৰি-কুকুৰাৰ মঙহ নহ'লে এতিয়া বেছিভাগ হিন্দুৰ পেটলৈ ভাতেই নোযোৱা হ'ল। গতিকে অন্ততঃ এটা ক্ষেত্ৰত জাত্যাভিমানী হিন্দুসকলে জনজাতীয় লোকসকলৰ শ্ৰেষ্ঠত্ব মানি ল'লে বুলি ক'ব পাৰি। মই আশা কৰোঁ যে জনজাতীয় লোকসকলৰ ৰন্ধন-প্ৰণালীও এদিন সকলো খাদ্য-ৰসিকৰ দ্বাৰা বিপুলভাৱে সমাদৃত হ'ব। অন্ততঃ তেওঁলোকৰ কেইবিধমান পদ। কেৱল প্ৰচাৰ আৰু পৰিৱেশনৰ বলত যদি মাদ্ৰাছী ইদলি-ডোছাই আন্তৰ্জাতিক সমাদৰ লাভ কৰিব পাৰে, তেন্তে বিৰল স্বাদবিশিষ্ট কেইবিধমান জনজাতীয় ব্যঞ্জনে খাদ্য-ৰসিকৰ হৃদয় জয় কৰিব নোৱৰাৰ কোনো কাৰণ নাই।

সি যি কি নহওক, নগা গাভৰুগৰাকীয়ে অতি মৰমেৰে আগবঢ়াই দিয়া মঙহৰ আঞ্জাখন মুখত দিয়েই মোৰ দেহ-মন ৰোমাঞ্চিত হৈ পৰিল। মঙহৰ এনেকুৱা সোৱাদ মই ইয়াৰ আগতে কেতিয়াও পোৱা নাছিলো। কিন্তু আঞ্জাখন দুবাৰমান খায়েই মোৰ মনত এনেকুৱা এটা অনুভৱ হ'ল যে মঙহৰ আঞ্জাত আগতে কেতিয়াও নোপোৱা সেই সোৱাদটো কেৱল মঙহৰ পৰা অহা নাই; প্ৰায় সমান পৰিমাণে সি আহিছে শাকখিনিৰ পৰাও। শাকখিনি আছিল লাইশাক।

চেচামা গাঁৱত খোৱা লাইশাক আৰু কুকুৰা মঙহৰ সিজোৱা আঞ্জাখন খাই মোৰ ইমান ভাল লাগিল যে ঘৰলৈ ঘূৰি আহি ফকৰুদ্দিন আনচাৰিক তেনে এখন আঞ্জা ৰান্ধিবলৈ ক'লো। একে আযাৰে ক'বলৈ গ'লে আঞ্জাখন অখাদ্য হ'ল। মই ভাবিলো যে ৰান্ধিব নজনাৰ দোষতেই আঞ্জাখন অখাদ্য হ'ল। মোৰ নগা বন্ধু চাৰ্লছ

চের্ছি প্ৰায়েই মোৰ আলহী হয়। তেওঁ নিজে পাক-ঘৰত সোমাই মোৰ কাৰণে নান নগা ব্যঞ্জনো প্ৰস্তুত কৰে। এদিন মই তেওঁক কুকুৰা মঙহ আৰু লাইশাকৰ অতুলনীয় নগা আঞ্জাখন ৰান্ধিবলৈ ক'লো। মোৰ অনুৰোধ ৰক্ষা কৰি তেওঁ ৰান্ধিলে হয়, কিন্তু আঞ্জাখন ফকৰুদ্দিনে ৰন্ধাখনৰ নিচিনা অখাদ্য নহ'লেও চেচামা গাঁৱৰ ৰুথেৰু ৰিঅ' কেনিয়েলিঅ' নামৰ সুন্দৰী নগা গাভৰুগৰাকীয়ে ৰন্ধা আঞ্জাখনৰ নিচিনা সু-খাদ্যও নহ'ল। কিয় নহ'ল তাৰ কাৰণটো গৱেষণা কৰাৰ প্ৰয়োজন মই খুব গভীৰভাৱে অনুভৱ কৰিলো। কাৰণ তেনে এখন সুস্বাদু আঞ্জা মই জীৱনত দ্বিতীয়বাৰৰ কাৰণে খাবলৈ নাপাম সেই কথা ভাবিবলৈকো মোৰ খুব কষ্ট হৈছিল। যুক্তিবাদী আৰু সুপণ্ডিত চাৰ্লছ চের্ছিয়ে অতি প্ৰাঞ্জলভাৱে মোক এই কথা বুজাই দিলে যে গুৱাহাটীৰ আঞ্জাখন চেচামাৰ আঞ্জাখনৰ নিচিনা সোৱাদ নোহোৱাৰ একমাত্ৰ কাৰণ হ'ল পাহাৰৰ কটুৰ মাটিত গজা লাইশাক আৰু ভৈয়ামৰ কোমল মাটিত গজা লাইশাকৰ সোৱাদৰ পাৰ্থক্য। চাৰ্লছৰ কথাত মই সম্পূৰ্ণভাৱে পতিয়ন গ'লো।

এই কথাখিনি লেখাৰ সময়লৈকে মই অনুৰধাই পঠোৱা লাইশাকখিনি খোৱ নাই। আজি ৰাতিহে খাম। কিন্তু এতিয়া এই কথা ভাবিয়েই মোৰ ভাল লাগি আছে যে নাগালেণ্ডৰ চেচামা গাঁৱত খোৱাৰ পিছত আজি দ্বিতীয়বাৰৰ কাৰণে মই পাহাৰী লাইশাক খাবলৈ পাম। মোৰ এই খোৱাৰ লোভটো যিমান পৰিমাণে জিভাৰ, তাতোকৈ সি বহুত বেছি পৰিমাণে হৃদয়ৰ। বহুত বছৰৰ আগতে মাজুলীৰ দীঘলগড়া গাঁৱত এগৰাকী দৰিদ্ৰ মিছিং তিৰোতাই পাতত দিয়া তিতা-ভেকুৰিৰে মোক আপ্যায়ন কৰিছিল। পাতত দিয়া তিতা-ভেকুৰিকো মানুহৰ সু-খাদ্যৰ তালিকাত ঠাই দিব পাৰিনে? বহুতো ধনী মানুহৰ ঘৰত খোৱা মহাৰ্ঘ্য সু-খাদ্যৰ স্মৃতি মোৰ মনৰ পৰা কেতিয়াবাই বিলুপ্ত হৈ গ'ল; কিন্তু মই আজিও পাহৰিব পৰা নাই মোৰ জীৱনৰ পোন্ধৰ বছৰ বয়সত এজন দুখীয়া মিছিং মানুহৰ ঘৰত খোৱা পাতত দিয়া তিতা-ভেকুৰিৰ স্মৃতি। এতিয়া গুৱাহাটীৰ বজাৰত তিতা-ভেকুৰি দেখিলেই কিনি আনি মই নিজেই সিজাই নিমখ-তেল সানি খাওঁ, আৰু তাকে কৰি পুনৰ যাপন কৰোঁ দূৰ অতীতৰ এটা স্নেহসুধা-জাৰিত সন্ধিয়াৰ স্মৃতি।

এমুঠি লাইশাকে মোৰ মনলৈ বহুতো কাব্যিক অনুভূতি সঞ্চাৰিত কৰি দিলে। মনত পৰি গ'ল ৰবীন্দ্ৰনাথৰ কবিতাও। মোৰ অন্যতম প্ৰিয় লেখক জৰ্জ লুই বৰহাছে কৈছিল যে 'অসতৰ্ক' শ্বেক্‌ছ্‌পীয়াৰে লেখা প্ৰতিটো বাক্যকে ইংৰাজসকলে যেনেকৈ পূজা কৰে, তেওঁ কিন্তু তেনেকৈ নকৰে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিষয়েও সেই একেটা কথাকে মই ক'ব পাৰোঁ: বাঙালীসকলে ৰবীন্দ্ৰনথৰ প্ৰতিটো শব্দকে যেনেকৈ পূজা

কৰে তেনেকৈ মই কিন্তু কৰিব নোৱাৰোঁ। তেওঁৰ বহুতো লেখা মই ভাল নাপাওঁ, বহুতো কথা মানি ল'বলৈ টান পাওঁ। কিন্তু লাইশাকৰ কথাই মোৰ মনটো কাব্যিক কৰি তোলাৰ মুহূৰ্তত ৰবীন্দ্ৰনাথৰ যিফাকি কবিতা মোৰ মনলৈ আহিছে সেইফাকি কবিতাৰ প্ৰতিটো শব্দকেই মই পূজা কৰোঁ। 'নিমন্ত্ৰণ' নামৰ কবিতাত ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছে—

গদ্য জাতীয় ভোজ্যও কিছু দিয়ো
পদ্যে তাদেৰ মিল খুঁজে পাওয়া দায়;
তা হোক, তবুও লেখকেৰ তাৰা প্ৰিয়—
জেনো, বাসনাৰ সেৰা বাসা ৰসনায়।

কিন্তু ৰবীন্দ্ৰনাথৰ কবিতাকো চেৰ পেলাই পিছ-মুহূৰ্ততে মোৰ মনত গুঞ্জিত হৈছে শৈশৱৰ গন্ধ কঢ়িয়াই অনা, মাৰ বুকুৰ উম আৰু ময়লা আচলৰ গন্ধ কঢ়িয়াই অনা সেই অপৰূপ মায়াময় নিচুকনি গীতফাকি—'লাই হালে জালে আবেলি বতাহে, লফা হালে জালে ৰ'দে....।'

# স্মৃতিসুধা

কবিৰ কলমৰ পৰা অনেক সময়ত অতি ভুল কথাও ওলায়। তেনেকুৱা এটা ভুল কথা ওলাইছিল আমেৰিকান কবি লংফেলোৰ কলমৰ পৰা। 'জীৱন-সংগীত' নামৰ এটা বিখ্যাত কবিতাত তেওঁ লিখিছিল—'অতীত মৰিল গ'ল তাৰ কথা অন্ত হ'ল, মনৰ পৰাই তাক দিয়া বিসৰ্জন।' অতীতক মৰিল বুলি ধৰি লৈ তাক মনৰ পৰা বিসৰ্জন দিয়ে বা দিব পাৰে একমাত্ৰ ইতৰ প্ৰণীয়েহে। মানুহৰ সময়ৰ ধাৰণাটোক অতীত-বৰ্তমান-ভৱিষ্যতত যান্ত্ৰিকভাৱে ভাগ কৰিব নোৱাৰি। ফৰাচী দাৰ্শনিক বেৰ্গছঁই (Henri Bergson) এই কথাটোক প্ৰাঞ্জলভাৱে ব্যাখ্যা কৰি কৈছে যে কামৰ সুবিধাৰ কাৰণে মানুহে যদিও সময়ক অতীত-বৰ্তমানত বা ঘণ্টা-মিনিট-ছেকেণ্ডত ভাগ কৰে, কিন্তু মানুহৰ বাস্তৱ অভিজ্ঞতাই সময়ৰ এই যন্ত্ৰিক বিভাজন মানি ল'ব নোৱাৰে। প্ৰত্যেক মানুহে নিজৰ বাস্তৱ অভিজ্ঞতাৰ পৰাই এই কথা বুজি পাব যে বৰ্তমানটো এটা পানী নসৰকা কোঠালি নহয়; স্মৃতিৰ ৰূপত অতীতটো আৰু স্বপ্ন বা কল্পনাৰ ৰূপত ভৱিষ্যৎটো বৰ্তমানৰ বুকুলৈ সোমাই আহি সময়ৰ এটা ত্ৰিবেণী-সংগম সৃষ্টি কৰে। মানুহ বাস কৰে সময়ৰ এই ত্ৰিবেণী-সংগমত; তেওঁ ইচ্ছা মতে বিচৰণ কৰি ফুৰে অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ বুকুত। কিন্তু মানুহৰ বাহিৰে বাকী সকলো প্ৰাণী চিৰ-বৰ্তমানৰ কাৰাগাৰত যাবজ্জীৱন বন্দী।

অতীতক মৰিল বুলি ধৰি লৈ তাক মনৰ পৰা সমূলঞ্চে বিসৰ্জন দিবলৈ কোৱাটো যে কিমান মাৰাত্মক ভুল উপদেশ সেই কথা উপলব্ধি কৰিবলৈ সময়ৰ দুৰূহ দাৰ্শনিক ব্যাখ্যাৰ কোনো প্ৰয়োজন নাই। সাধাৰণ বিচাৰ-বুদ্ধি বা অভিজ্ঞতাৰ সহায়েৰেই সেই কথা উপলব্ধি কৰিব পাৰি। তীব্ৰ মানসিক বা শাৰীৰিক আঘাতে কেতিয়াবা মানুহৰ স্মৃতিশক্তি সম্পূৰ্ণভাৱে নষ্ট কৰি দিয়ে। তেনে অৱস্থাত দুৰ্ঘটনাটো ঘটাৰ মুহূৰ্তৰ পৰা আৰম্ভ কৰি তাৰ আগৰ সমস্ত অতীতটো মানুহৰ চেতনাৰ পৰা নোহোৱা হৈ যায়। যি মানুহৰ অতীত নাই তেনে মানুহৰ ভৱিষ্যতো থাকিব নোৱাৰে; ইতৰ প্ৰাণীৰ দৰে তেওঁ বাস কৰে চিৰ-বৰ্তমানত। বঙ্গদেশৰ বিখ্যাত কবি কাজী নজৰুল ইছলামৰ সেই অৱস্থা হৈছিল। স্মৃতিভ্ৰংশ ৰোগৰ ফলত অতীতটোক চিৰকাললৈ হেৰুৱাই 'অগ্নিবীণা'ৰ বিদ্ৰোহী কবিজন পৰিণত হৈছিল এক জীৱন্ত মাংসপিণ্ডত। কোনেবাই লংফেলোৰ উপদেশ আক্ষৰিক অৰ্থত পালন কৰিবলৈ চেষ্টা কৰিলে তেওঁৰো হ'ব সেই একে অৱস্থা।

স্মৃতি মানুহৰ জীৱনৰ এটা ডাঙৰ সম্পদ। স্মৃতিৰ অবিহনে মানুহৰ জ্ঞানৰ ভাণ্ডাৰ গঢ়ি নুঠিলেহেঁতেন, আৰু জ্ঞানৰ ভাণ্ডাৰৰ অবিহনে সভ্যতা-সংস্কৃতিৰ সৃষ্টিও সম্ভৱ নহ'লহেঁতেন। স্মৃতিক অৱলম্বন কৰিয়েই কবিয়ে কবিতা লিখে, চিত্ৰকৰে ছবি আঁকে, সাধাৰণ মানুহে জীৱনৰ প্ৰতিটো অভিজ্ঞতাকে অৰ্থবহ কৰি তোলে। আমি নিজে ক'ব নোৱৰাকৈয়ে আমি জীৱনৰ বহুখিনি সময় বাস কৰোঁ স্মৃতিৰ জগতত। বৰ্তমানৰ পৰা ছুটী লৈ আমি যদি মাজে-সময়ে স্মৃতিৰ জগতত কিছু সময় কটাবলৈ সুযোগ নাপাওঁ, তেন্তে আমাৰ জীৱনৰ পৰা জীয়াই থকাৰ বহুখিনি আনন্দ হেৰাই যাব।

জীৱন মাত্ৰেই সুখ আৰু দুখৰ সমষ্টি। দুখৰ কাৰণে দুখ কৰি লাভ নাই, কাৰণ দুখৰ অবিহনে সুখৰ ধাৰণা কৰা অসম্ভৱ। আন কথাত ক'বলৈ গ'লে আমি জীৱনত দুখৰ অভিজ্ঞতা নোপোৱাকৈ সুখৰ অভিজ্ঞতা কেতিয়াও পাব নোৱাৰোঁ। কিন্তু মানুহৰ স্বভাৱেই এনে যে তেওঁ দুখৰ অভিজ্ঞতাবোৰ পাহৰি গৈ মনত ৰাখিব খোজে কেৱল সুখৰ অভিজ্ঞতাবোৰ। দুখৰ স্মৃতি যদি মানুহৰ মনত চিৰকাল জীৱন্ত হৈ থাকে, তেন্তে জীৱন-ধাৰণ কৰা অসম্ভৱ হৈ নুঠিলেও সি হৈ উঠিব অতিশয় যন্ত্ৰণাদায়ক। ঠিক সেইদৰে মানুহে যদি সুখৰ স্মৃতিবোৰ মনত ৰাখিব নোৱাৰে, তেতিয়াহ'লেও জীৱনে হেৰুৱাই পেলাব তাৰ বেছিভাগ আকৰ্ষণ। সুখ যদি কেৱল বৰ্তমানৰ এটা ক্ষণস্থায়ী অভিজ্ঞতা মাত্ৰ হয়, তেন্তে তাক প্ৰকৃত অৰ্থত সুখ বুলিব নোৱাৰি। স্মৃতিৰ ৰূপত সুখৰ অভিজ্ঞতা আমাৰ চেতনাত জীৱন্ত হৈ থাকিলেহে সি এটা বিশেষ মানসিক অৱস্থাৰ সৃষ্টি কৰে; মনৰ তেনে এটা অৱস্থাইহে জীৱনটো মানুহৰ কাৰণে উপভোগ্য কৰি ৰাখে।

সকলো মানুহৰ দৰেই ময়ো মাজে-সময়ে অতীতৰ স্মৃতি ৰোমন্থন কৰোঁ। অনেক সময়ত সচেতনভাৱে অতীতৰ স্মৃতি ৰোমন্থন কৰাৰ দৰকাৰেই নহয়; স্মৃতিৰ অনুষঙ্গৰ হাতত ধৰি বহুতো কথা আপোনা-আপুনি মনলৈ আহে। আনৰ কথা ক'ব নোৱাৰোঁ, কিন্তু মই নিজে অনুভৱ কৰোঁ যে যিবোৰ স্মৃতিয়ে মোক অতিকৈ অভিভূত কৰে আৰু মোক বিমল আনন্দ দিয়ে সেইবোৰৰ ভিতৰত কেইটামান হ'ল মানুহৰ অযাচিত মৰমৰ স্মৃতি। মানুহে জীৱনত ইমানবোৰ বস্তু বিচাৰে যে সেইবোৰৰ তালিকা প্ৰায় অন্তহীন বুলি ক'ব পাৰি। ধন, ঐশ্বৰ্য, মান, যশ, সামাজিক মৰ্যাদা, প্ৰতিপত্তি, ক্ষমতা, বিচিত্ৰ ভোগৰ সামগ্ৰী......কিন্তু এই সকলোবোৰ পায়ো মানুহৰ জীৱন শূন্য বা মৰুতুল্য হৈ থাকিব পাৰে—যদিহে তেওঁ কোনো এজন মানুহৰ পৰাই অকৃত্ৰিম মৰম-চেনেহ নাপায়। মই চিনেমা চাবলৈ খুব ভাল পাওঁ, যদিও আজিকালি কামৰ হেঁচাত চিনেমা চাবলৈ সময় নাপাওঁ। সন্ধিয়া পৰত অফিচৰ পৰা ঘৰলৈ উভতি টিভিটো খুলি লৈ চিনেমাৰ বিভিন্ন চেনেলবোৰ পৰীক্ষা কৰিবলৈ ধৰোঁ—যিখন চিনেমাই ভাল লাগে

সেইখন চোৱাৰ আশাত। কোনো এখন চিনেমাই আৰম্ভণিৰ পৰা চাবলৈ নাপাওঁ। চেনেলটো খুলি দিয়াৰ লগে লগে চলি থকা চিনেমাখনৰ যিটো অংশত চকু পৰে সেই অংশটো ভাল লাগিলে আৰম্ভণিৰ বিষয়ে একো নজনাকৈয়ে বাকী অংশ চাই শেষ কৰোঁ। কেইদিনমানৰ আগতে তেনেকৈ 'হলমাৰ্ক' চেনেলটো খুলি দিয়াৰ লগে লগে এনে এটা দৃশ্য টিভিৰ পৰ্দাত উন্মোচিত হ'ল—যিটো দৃশ্যত এগৰাকী গাভৰুৱে তেওঁৰ বন্ধু নে প্ৰেমিকক কৈছে—'জীৱনত সুখী হ'বলৈ তিনিটা বস্তুৰ দৰকাৰ ঃ ভাল পাবলৈ এজন মানুহ; কৰিবলৈ ভাল লগা এটা কাম; আৰু আশাৰে বাট চাই থাকিবলৈ ভৱিষ্যতৰ এটা আনন্দময় সম্ভাৱনা।' কথাকেইটা কাণেৰে সোমাই মোৰ মগজুত প্ৰৱেশ কৰাৰ লগে লগে কিছু সময়ৰ কাৰণে মোৰ চকুৱে কাম নকৰা হ'ল; অৰ্থাৎ টিভিৰ পৰ্দাত ক্ৰমোন্মোচিত হৈ থকা দৃশ্যবোৰ মই দেখিও নেদেখা হ'লো। সেইমাত্ৰ কাণেৰে শুনা শব্দকেইটাৰ তাৎপৰ্যৰ সন্ধানত ব্যস্ত হৈ পৰিল মোৰ সমগ্ৰ সত্তা। অৱশেষত মই নিজকে নিজে ক'লো—'ঠিকেইটো, এই তিনিটা বস্তু পালে জীৱনত বিচাৰিবলৈ আৰু বাকী থাকিব কি?'

জীৱনৰ বাটত আগবঢ়োঁতে লগ পোৱা অসংখ্য মানুহৰ পৰা পোৱা মধুৰ মৰমৰ স্মৃতিয়ে মোৰ হৃদয়ৰ থুনুপাক ভৰাই ৰাখিছে। কিন্তু মোৰ কাৰণে অতিকৈ মিঠা হ'ল সেইবোৰ মানুহৰ মৰমৰ স্মৃতি—যিবোৰ মানুহৰ লগত মোৰ কোনো তেজৰ সম্পৰ্ক নাছিল, প্ৰেমৰ সম্পৰ্ক নাছিল, স্বাৰ্থ বা বন্ধুত্বৰ সম্পৰ্ক নাছিল। অকাৰণ, অকৃত্ৰিম আৰু অযাচিত সেই মৰমৰ মাধুৰ্যৰ কোনো তুলনা নাই। তেনেকুৱা মৰমৰ স্মৃতিৰ পৰা বাছি বাছি দুটা মাত্ৰ উদাহৰণ তলত দিলো।

ল'ৰাকালতে মোৰ শৰীৰত বাহ বন্ধা মেলেৰিয়াৰ বীজাণুৱে মই কলেজত প্ৰৱেশ কৰাৰ সময়লৈকে মোৰ শৰীৰত দুৰ্দান্ত প্ৰতাপেৰে ৰাজত্ব কৰিছিল। কটন কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়ি থাকোঁতে এবাৰ মেলেৰিয়াৰ প্ৰকোপ ইমান বেছি হ'ল যে মোক ছাত্ৰীবাৰী মিশ্যন হাস্পতালত ভৰ্তি কৰাব লগা হ'ল। হাস্পতালত মই এসপ্তাহমান থাকিব লগা হৈছিল। ৰোগী হিচাপে হাস্পতালত ভৰ্তি হোৱাৰ সেইটোৱেই মোৰ প্ৰথম আৰু এতিয়ালৈকে শেষ অভিজ্ঞতা। এজন আদহীয়া বাৰ্মিজ ডাক্তৰে মোক চোৱা-চিতা কৰিছিল। মানুহজন খুব সৰল আৰু মৰমিয়াল আছিল। তেওঁৰ বিষয়ে মাত্ৰ এটা কথাহে এতিয়াও খুব স্পষ্টকৈ মোৰ মনত আছে। তেওঁ এখন বাইবেল মোক উপহাৰ হিচাপে দি সেইখন নিয়মিতভাৱে পঢ়িবলৈ মোক অনুৰোধ কৰিছিল। কেৱল সেইটো কৰিয়েই ক্ষান্ত হৈ নাথাকি তেওঁ মোক খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিবলৈ কেবাবাৰো কাতৰভাৱে অনুৰোধ কৰিছিল। অৱশ্যে মই ক'ব খোজা আচল কাহিনীটোৰ লগত বাৰ্মিজ ডাক্তৰজনৰ কোনো সম্পৰ্ক নাই। প্ৰসঙ্গক্ৰমেহে তেওঁৰ কথাটো আহি পৰিল।

মোৰ শুশ্ৰূষাৰ দায়িত্বত আছিল এগৰাকী খাচিয়া নাৰ্ছ। বয়সত তেওঁ প্ৰায় মোৰ সমনীয়া আছিল। আমাৰ মাজত কথা-বাৰ্তা খুব কমেই হৈছিল, কাৰণ মই আছিলো লাজকুৰীয়া আৰু তেওঁ আছিল স্বল্পভাষিণী। প্ৰায় নীৰৱতাৰ মাজত সাতদিন পাৰ হৈ যোৱাৰ পিছত এদিন নাৰ্ছগৰাকীয়ে এটা কাণ্ড কৰিলে। সেইদিনা মই হাস্পতালৰ পৰা বিদায় লোৱাৰ কথা। মই লক্ষ্য কৰিলো সেইদিনা ছোৱালীজনী অস্বাভাৱিকভাৱে গম্ভীৰ। অৱশ্যে সেইটো মোৰ মনৰ কল্পনাও হ'ব পাৰে—মই মনে মনে ভাবিলো। মই হাস্পতালৰ পৰা বিদায় ল'বলৈ এঘণ্টামান সময় বাকী থাকোঁতে নাৰ্ছগৰাকীয়ে মোৰ বিছনাৰ কাষতে এখন চকী নে টুলত বহি লৈ তলমূৰ কৰি এটা বেদানা কাটিবলৈ ধৰিলে। এবাৰো মোৰ মুখৰ ফালে নোচোৱাকৈ তেওঁ হঠাৎ এবাৰ মোক প্ৰশ্ন কৰিলে—'What do you call it?' প্ৰশ্নটো শুনি আচৰিত হৈ মই প্ৰায় মুখৰ ভিতৰতে ক'লো—'বেদানা'। 'বেদনা' মোৰ কথাৰ প্ৰতিধ্বনি কৰাৰ দৰে কৰি তেওঁ সৰু কোমল মাতেৰে দোহাৰিলে—'বেদনা—Which means pain.' তাৰ পিছত অলপ সময় থমকি ৰৈ তেওঁ স্বগতোক্তি কৰাৰ দৰে আকৌ ক'লে—'That is what I feel for you, because I will never see you again.'

নিতান্ত প্ৰয়োজন নহ'লে মুখেৰে এটাও কথা উচ্চাৰণ নকৰা আৰু কাৰো মুখলৈ মূৰ তুলি নোচোৱা ছোৱালীজনীৰ মুখত এনে অভাৱনীয় কথা শুনি মই অতি আচৰিত হৈ তেওঁৰ মুখলৈ চালো। তেওঁ তেতিয়াও তলমূৰ কৰি বেদানা কটাত ব্যস্ত। মুহূৰ্ততে মোৰ সৰ্বশৰীৰ ৰোমাঞ্চিত হৈ উঠিল। সেইটো তেওঁৰ মুখখন দেখি হ'লনে তেওঁৰ কথা শুনি হ'ল সেইটো মই সেই মুহূৰ্তত বুজিব নোৱাৰিলো। মাত্ৰ এটা কথা মই বুজিলো যে মানুহৰ মুখভঙ্গী বা কণ্ঠস্বৰৰ বেদনা প্ৰকাশ কৰিব পৰাৰ ইমান শক্তি থাকিব পাৰে বুলি ইয়াৰ আগলৈকে মই জনা নাছিলো।

ইয়াৰ পিছত মোৰ জীৱনৰ ওপৰেদি বাগৰি গ'ল বছৰৰ পিছত বছৰ, বহুতো বছৰ। উইলিয়াম বাটলাৰ ইয়েটছে ক'বৰ দৰে বছৰবোৰ যেন বলদ গৰুৰ জাক, ঈশ্বৰ নামৰ গৰখীয়াই সিহঁতক পিছফালৰ পৰা খেদি আছে, আৰু মই পিষ্ট হ'ব ধৰিছোঁ সিহঁতৰ খচকত। ইয়াৰ ভিতৰতে কিমান মানুহৰ কিমান বিচিত্ৰ মৰমৰ মাত শুনিলো তাৰ সীমা-সংখ্যা নাই। এই কথাও স্বীকাৰ কৰোঁ যে তেনেকুৱা বহুতো মাত শুনিবৰ সময়ত কাণত যদিও অমৃত যেন লাগিছিল, পিছত মাতবোৰ আৰু কথাবোৰ একেবাৰেই পাহৰি পেলালো। কিন্তু সমূলি পাহৰিব নোৱাৰিলো সেই শান্ত, নম্ৰ, নীৰৱ খাচিয়া নাৰ্ছগৰাকীৰ অপ্ৰত্যাশিত বিদায় বাণী—'.....that is what I feel for you, because I will never see you again.'

শিবাইৰ বিদায় বাণীও মই আজিলৈকে পাহৰিব পৰা নাই—যদিও তেওঁৰ ভাষা

তথা প্ৰকাশভঙ্গী আছিল সম্পূৰ্ণ বেলেগ।

মই তেতিয়া কটন কলেজৰ ছাত্ৰ; থাকোঁ ছেকেণ্ড মেছত। এতিয়া হোষ্টেলটোৰ নতুন নাম হৈছে—ৰঞ্জিত বৰপূজাৰী ছাত্ৰাবাস। আমি বহুতো ছাত্ৰই তেতিয়া খুব বেছিকৈ চিগাৰেট খাইছিলো। আমাৰ হোষ্টেলৰ নিচেই কাযতে নবীন নামৰ এজন ডেকাই পাণ-চিগাৰেটৰ এখন দোকান দিছিল। হোষ্টেলৰ ল'ৰাবোৰে তেওঁৰ পৰা ধাৰলৈ তামোল আৰু চিগাৰেট খায়। নবীনে ধাৰ সাধিবলৈ আহিলেই বহুতে ল'ৰাই উগ্ৰমূৰ্তি ধৰি তেওঁৰ দোকানখন উচ্ছেদ কৰাৰ ভাবুকি দিয়ে। এইখিনিতে জনাই থ'ব খোজোঁ যে সেইবোৰ ল'ৰাৰ দলত মই কিন্তু নাছিলো। মই সদায় নিয়মীয়কৈ ধাৰ পৰিশোধ কৰিছিলো। মোৰ স্বভাৱত গুণতকৈ দোষৰ ভাগেই বেছি হ'লেও এটা কথা নিজেই নকৈ নোৱাৰোঁ যে মোৰ বুকুত মানুহৰ প্ৰতি অলপ দয়া-মায়া আছে৷ সি যি কি নহওক, হোষ্টেলৰ ল'ৰাবোৰে ধাৰ পৰিশোধ নকৰি অৱশেষত নবীনৰ এনেকুৱা অৱস্থা কৰিলে যে এদিন তেওঁ দোকান বন্ধ কৰি সেই ঠাই চিৰকাললৈ ত্যাগ কৰিবলৈ বাধ্য হ'ল। তেওঁ চকুপানী টুকি টুকি থোকাথুকি মাতেৰে মোৰ পৰা বিদায় ল'ছিল। নবীনৰ সেই কৰুণ মুখখন মই আজিও পাহৰিব পৰা নাই।

ৰাস্তাটোৰ সিপাৰলৈ ডনবস্কো স্কুলৰ সন্মুখত আছিল শিবাইৰ পাণ-চিগাৰেটৰ দোকান। শিবাই আছিল দেছোৱালি—অৰ্থাৎ বিহাৰ বা উত্তৰ প্ৰদেশৰ মানুহ। নবীন বিতাড়িত হোৱাৰ পিছত শিবাইৰ দোকানখনেই আছিল আমাৰ হোষ্টেলৰ আটাইতকৈ ওচৰত থকা পাণ-চিগাৰেটৰ দোকান। হোষ্টেলৰ তামোল-চিগাৰেট খোৱা ল'ৰাবোৰ এতিয়া খৰিদ্দাৰ হ'ল শিবাইৰ দোকানৰ। মই কিন্তু খৰিদ্দাৰ হোৱাৰ উপৰিও শিবাইৰ বন্ধুও হ'লো বুলি দাবী কৰিব পাৰোঁ। অৱশ্যে আমাৰ মাজত বন্ধুত্ব গঢ়ি উঠাৰ একাধিক কাৰণো আছিল।

মই স্থানান্তৰত এটা কথা স্বীকাৰ কৰিছোঁ যে নিজৰ ঘৰত মদ খোৱাৰ অভ্যাস থকা আমি কেইজনমান আহোম আৰু জনজাতীয় ল'ৰাই শিবাইৰ দোকানৰ পিছফালে থকা দলবাহাদুৰ ছেত্ৰীৰ জুপুৰি ঘৰত চুলাই মদ খাইছিলো। মই ইয়াত আনৰ নাম ল'ব নোখোজোঁ; কিন্তু মোৰ লগত সদায় আছিল ললিত কুমাৰ দলে। পিছলৈ তেওঁ প্ৰদেশ কংগ্ৰেছৰ সভাপতি হৈছিল। আমি যিদিনা প্ৰথমবাৰৰ কাৰণে দলবাহাদুৰৰ ঘৰত মদ খাবলৈ গ'লো সেইদিনাই তাত আৱিষ্কাৰ কৰিলো শিবাইক। তেওঁ আছিল দলবাহাদুৰৰ স্থায়ী গ্ৰাহক। দলবাহাদুৰৰ জুপুৰি পঁজাৰ জেকা মজিয়াত ডুখৰি পীৰাত বহি মদ খাই খাই আমি তিনিওজনে নানা সুখৰ-দুখৰ কথা পাতিলো। প্ৰথম দিনাই মই শিবাইৰ প্ৰতি এটা বিশেষ আকৰ্ষণ অনুভৱ কৰিলো। শান্ত মানুহজনে অতি শান্ত আৰু নম্ৰভাৱে কথা কয়; কিন্তু কিবা এটা ব্যাখ্যাতীত উপায়েৰে তেওঁ বেছিকৈ কথা নকৈও

বা আৱেগক প্ৰশ্ৰয় নিদিও মাতত ঢালি দিব পাৰে হৃদয়ৰ উষ্ণতা। কিন্তু আকৰ্ষণটো বোধহয় আছিল পাৰস্পৰিক। তেওঁক দুদিনমান লগ পোৱাৰ পিছতে মই সেই কথা অনুভৱ কৰিছিলো।

ললিত কুমাৰ দলে মোতকৈ দুটা শ্ৰেণী ওপৰত পঢ়িছিল। এসময়ত বি.এ. পাছ কৰি তেওঁ কলেজৰ পৰা ওলাই গ'ল। দলবাহাদুৰৰ ঘৰত মদ খাবলৈ মই মাহেকত এবাৰ বা দুবাৰহে যাওঁ; যেতিয়াই যাওঁ শিবাইক লগ পাওঁ আৰু তেওঁৰ সঙ্গ উপভোগ কৰোঁ। তেওঁ কথকী স্বভাৱৰ মানুহ নাছিল; কিন্তু নীৰৱতাক কেনেকৈ ভাষা হিচাপে ব্যৱহাৰ কৰিব লাগে সেই কথা তেওঁ জানিছিল। বিশেষ বাক্য-বিনিময় নোহোৱাকৈয়ে দিনে দিনে আমাৰ বন্ধুত্ব গাঢ়তৰ হ'বলৈ ধৰিলে।

এদিন মদ খাই থাকোঁতে মই হঠাৎ এবাৰ ঘোষণা কৰিলো—'শিবাই, আজি মোৰ বি.এ. ফাইনেল পৰীক্ষা শেষ হ'ল। পৰহিলৈ গুৱাহাটী এৰি ঘৰলৈ যাম। তোমাৰ লগত আজিয়েই বোধহয় মোৰ শেষ দেখা।'

মোৰ কথা শুনি তেওঁ মুখলৈ নিয়া মদৰ গিলাচটো পুনৰ ঘূৰাই আনি মাটিত থ'লে। মোৰ মুখলৈ নোচোৱাকৈ বহুত সময় তেওঁ উদাস দৃষ্টিৰে শূন্যলৈ চাই ৰ'ল। তাৰ পিছত মাটিৰ পৰা গিলাচটো তুলি লৈ একে শোহাই গোটেই গিলাচ মদ খাই শেষ কৰি মোৰ ফালে নোচোৱাকৈয়ে ক'লে—'গোহাঁই বাবু, আপুনি ইয়ালৈ মাহত এদিন বা দুদিনহে আহে। যিহেতু আজি আপুনি আহিল, গতিকে কাইলৈ নাহিবও পাৰে। কিন্তু মই আপোনাক অনুৰোধ কৰিছোঁ, আপুনি যেনে তেনে কাইলৈ এবাৰ আহিব।'

মই শিবাইৰ মুখলৈ চালো। তেওঁৰ ভাবলেশহীন মুখখনত ইমান বেছি কাৰুণ্য বা বিষাদ ফুটাই তুলিব পৰা শক্তি আছিল বুলি ইয়াৰ আগতে মই কল্পনাই কৰিব পৰা নাছিলো। মোৰ মনটো কেনেবা কেনেবা লাগি গ'ল। পিছদিনা আহিম বুলি প্ৰতিশ্ৰুতি দি মই তেওঁৰ পৰা বিদায় ল'লো।

পিছদিনা যথাসময়ত দলবাহাদুৰৰ ঘৰলৈ গৈ দুৱাৰমুখত থিয় দিয়েই মই অনুমান কৰিলো যে ভিতৰত কিবা এটা উৎসৱৰ আয়োজন চলিছে। দুৱাৰখন ঠেলি ভিতৰ সোমাই দেখিলো—এখন কেৰাহিত জুই জ্বলাই লৈ শিবায়ে কিবা এটা পুৰি আছে। ওচৰতে ডুখৰি পীৰা এখনত বহি দলবাহাদুৰে শিবাইক সহায় কৰি আছে। মোৰ বুজিবলৈ বাকী নৰ'ল যে মোৰ বিদায় উৎসৱৰ উপলক্ষেই এইবোৰ বিশেষ আয়োজন চলিছে।

এটা ভগা মুঢ়াত মই আসন গ্ৰহণ কৰাৰ পিছত দলবাহাদুৰে ভিতৰলৈ সোমাই গৈ এটা বিলাতী মদৰ বদল আৰু তিনিটা গিলাচ উলিয়াই আনিলে। মোৰ চকুত

বিস্ময় লক্ষ্য কৰি তেওঁ ক'লে—'গোহাঁই বাবু, শিবাইয়ে কৈছে যে আজি জীৱনত শেষ বাৰলৈ সি আপোনাৰ লগত মদ খাবলৈ পাব। ইয়াৰ পিছত ক'ৰবাত কেনেবাকৈ আপোনাৰ লগত তাৰ দেখা হ'লেও সি আপোনাক মাতিবলৈ সাহস কৰিব নোৱাৰিব। কাৰণ তেতিয়া আপুনি নিশ্চয় হাকিম বা তেনেকুৱা কিবা ডাঙৰ মানুহ হ'ব। সেই কাৰণে সি আজি আপোনাক খুৱাবলৈ এটা বিলাতী বদৰ বটল কিনি আনিছে।'

ক'বলৈ একো কথা বিচাৰি নাপাই মই নীৰৱে জুইকুৰালৈ চাই ৰ'লো।

অলপ পিছত শিবাইয়ে জুইৰ মাজৰ পৰা এটা প্ৰকাণ্ড মাটিৰ লদা উলিয়াই আনিলে। জুই যেন ৰঙা হৈ থকা মাটিৰ লদাটো যেতিয়া অলপ ঠাণ্ডা হ'ল তেতিয়া তেওঁ এডাল খৰিৰে খুন্দিয়াই খুন্দিয়াই লদাটো ভাঙিবলৈ ধৰিলে। লগে লগে পোৱা মাংসৰ এটা মধুৰ গোন্ধ আহি মোৰ নাকত আঘাত কৰিলে, আৰু মই জিভাৰ পৰা অকণমান পানী ওলাই অহা যেন অনুভৱ কৰিলো।

আকৌ দলবাহাদুৰে ব্যাখ্যা কৰিবলৈ আৰম্ভ কৰিলে—'এইটো কি বস্তু আপুনি আন্দাজ কৰিব পাৰিছেনে গোহাঁই বাবু? পাঠা ছাগলীৰ লিভাৰ। আজি শিবাইয়ে তেওঁৰ দোকান খোলা নাই। দুপৰীয়াৰ পৰা এই লিভাৰটোত কিবাকিবি মছলা সানিছে আৰু মাটিৰে লেও দি সেইটো জুইত পুৰিছে। কম জুইত সেইটো পুৰিবলৈকো প্ৰায় এবেলা লাগিছে। মই নিজ চকুৰে সকলো দেখি আছোঁ গোহাঁই বাবু, শিবাইয়ে লিভাৰটোত যিমান মছলা সানিছে তাতকৈ বেছি সানিছে বুকুৰ মৰম।'

শিবাই আৰু মই নীৰৱে মদ খালো, নীৰৱে মাংস খালো, নীৰৱে ইজনে সিজনক কিবাকিবি কথা ক'বলৈ চেষ্টা কৰিলো। সেইদিনা তেওঁৰ পৰা বিদায় লৈ অহাৰ পিছত জীৱনত দ্বিতীয়বাৰ মই তেওঁক লগ পোৱা নাই; কিন্তু তেওঁৰ অপৰূপ বিদায় বাণী মোৰ হৃদয়ত খোদিত হৈ ৰ'ল চিৰকাললৈ।

# প্ৰেতপুৰীত দুৰাতি

১৯৮১ চনত মই কলিকতাৰ পৰা প্ৰকাশিত 'আজকাল' নামৰ বাংলা দৈনিক বাতৰি কাকতখনৰ বিশেষ প্ৰতিনিধিৰ পদ গ্ৰহণ কৰোঁ। কিন্তু বাঙালী সুধী সমাজৰ লগত মোৰ সংযোগ স্থাপন হৈছিল তাৰ প্ৰায় তিনি বছৰমানৰ আগতেই। উদাহৰণ স্বৰূপে ১৯৭৮ খ্ৰীষ্টাব্দত তিনিচুকীয়াত অনুষ্ঠিত নিখিল ভাৰত বঙ্গ সাহিত্য সন্মিলনৰ বছৰেকীয়া অধিৱেশনলৈ মোক বিশিষ্ট অতিথি তথা বক্তা হিচাপে নিমন্ত্ৰণ কৰা হৈছিল। অৱশ্যে এই কথা ঠিক যে 'আজকাল'ত যোগ দিয়াৰ পিছৰ পৰা অসমৰ ভিতৰৰ আৰু বাহিৰৰ বাঙালী সমাজত মোৰ পৰিচিতিয়ে বিস্তৃত ৰূপ ল'বলৈ আৰম্ভ কৰে।

নিখিল ভাৰত বঙ্গ সাহিত্য সন্মিলনৰ অসম শাখাৰ দুখন বছৰেকীয়া অধিৱেশনলৈ মই বিশিষ্ট অতিথি ৰূপে নিমন্ত্ৰিত হৈছিলো। এবাৰ কাছাৰৰ কাটিগড়া অধিৱেশনলৈ; আনবাৰ ধুবুৰী অধিৱেশনলৈ। আশীৰ দশকত বহা দুয়োখন অধিৱেশনৰ চন দুটা মোৰ ভালকৈ মনত পৰা নাই। আলোচ্য প্ৰসঙ্গত তাৰ বিশেষ প্ৰয়োজনো নাই।

ধুবুৰীত মোৰ থকাৰ ব্যৱস্থা কৰা হৈছিল এটা বিশাল সুসজ্জিত বঙলাত। বঙলাটোত প্ৰৱেশ কৰিয়েই মই বুজি পাইছিলো যে সেইটো নিশ্চয় এটা চৰকাৰী ভৱন হ'ব লাগিব; খুব সম্ভৱ কোনোবা এটা চৰকাৰী বিভাগৰ অতিথিশালা। কিন্তু সেই বিষয়ে মই কাকো একো প্ৰশ্ন কৰা নাছিলো। মোৰ যিমানদূৰ মনত পৰে, সন্ধিয়াৰ কিছু সময়ৰ আগতে গৈ মই মোৰ ৰাতিটোৰ আশ্ৰয়-স্থানত ভৰি দিছিলো। অভ্যৰ্থনা সমিতিৰ কেইজনমান কৰ্মকৰ্তাই মোক তাত নমাই দি দুআষাৰমান সৌজন্যমূলক কথা কৈ মোৰ পৰা বিদায় ল'লে। মই ভালেই পালো, কাৰণ সদ্য পৰিচিত ভদ্ৰলোককেইজনৰ লগত আন্তৰিকতাবিহীন মামুলি কথা পাতি সন্ধিয়াটো নষ্ট কৰিবলৈ মোৰ ইচ্ছা নাছিল। মুখ-হাত ধুই মই ভ্ৰমণৰ ভাগৰ মাৰিবৰ কাৰণে বিছনাত দীঘল দি পৰি চাহৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলো।

অলপ সময়ৰ পিছতে চাহ-বিস্কুটৰ ট্ৰে এখন লৈ দেখাত চল্লিশ বছৰীয়া যেন লগা মানুহ এজন সোমাই আহিল। মোৰ মুখলৈ নোচোৱাকৈ তেওঁ মোক চালাম দি ট্ৰেখন টেবুলত থ'লে; তাৰ পিছত তলমুৰা হৈ তেওঁ সৰু মাতেৰে ক'লে—'ছাৰ, মই ইয়াৰ

পৰা অলপ দূৰত থাকোঁ; যাবলৈ কিছু সময় লাগে। আপোনাৰ ৰাতিৰ খানা আঠ বজাতে দিলে কিবা অসুবিধা হ'ব নেকি?'

মই ক'লো—'নাই নাই, মোৰ একো অসুবিধা নহয়। তুমি আঠ বজাত খানা দিলেও মই মোৰ নিৰ্দিষ্ট সময়তহে খাম। তুমি যাব পাৰা! কিন্তু ইয়াত ৰাতি কোনো নাথাকে নেকি? চকীদাৰ? দাৰোৱান?'

মানুহজনে এবাৰৰ কাৰণেও মোৰ মুখৰ ফালে নোচোৱাকৈ উত্তৰ দিলে—'ছাৰ, মোৰ বাহিৰে এই বঙলাটো চাওঁতা মানুহ আন কোনো নাই। কিন্তু ছাৰ, ৰাতি মানুহ নাথাকিলেও আপোনাৰ একো অসুবিধা নহয়। মই সকলো ব্যৱস্থা কৰি থৈ যাম। আপোনাক বেড-টি দিব পৰাকৈ মই কাইলৈ ৰাতিপুৱা খুব সোনকালে আহিম।'

কথাখিনি কৈ মানুহজনে প্ৰায় দৌৰি যোৱাৰ নিচিনাকৈ মোৰ ওচৰৰ পৰা আঁতৰি গ'ল।

চাহ খাবলৈ বুলি মই বিছনাৰ পৰা উঠি চকীত বহিলো। চাহৰ কাপত শোহা এটা মাৰি মই কেইমুহূৰ্তমানৰ কাৰণে মানুহজনৰ কথা ভাবিবলৈ ধৰিলো। মানুহজনৰ চাল-চলন আৰু কথা-বাৰ্তাত মই কিবা এটা ৰহস্যৰ গোন্ধ পালো। কিন্তু অলপ সময় চিন্তা কৰি মই বুজি পালো যে কিবা ৰহস্য যদি আছেও, সেইটো ভেদ কৰা মোৰ পক্ষে সম্ভৱ নহয়। তেওঁৰ কথা পাহৰিবলৈ চেষ্টা কৰি মই কিতাপ এখন মেলি ল'লো।

ৰাতিৰ আহাৰ লৈ তেওঁ আঠ বজাত আকৌ মোৰ কোঠালৈ সোমাই আহিল। মই এইবাৰ মানুহজনৰ মুখখন পঢ়িবলৈ চেষ্টা কৰিলো। এইবাৰো লক্ষ্য কৰিলো যে তেওঁ কোনোপধ্যেই মোৰ চকুৰে চকুৰে চাব নোখোজে—যেন মোৰ প্ৰতি তেওঁ কিবা অপৰাধহে কৰিছে। ৰহস্য আগতকৈ ঘনীভূত হ'ল; কিন্তু তাৰ ভেদ ভঙাটো মোৰ সাধ্যাতীত বুলি মই বুজি পালো।

মানুহজন যোৱাৰ পিছত মই কিতাপখনত মনোনিৱেশ কৰিবলৈ চেষ্টা কৰিলো। মাত্ৰ এদিন বা দুদিনৰ কাৰণে বাহিৰলৈ যাব লগা হ'লে মই সাধাৰণতে গধুৰ বিষয়ৰ কিতাপ লগত নিনিওঁ; সঙ্গী হিচাপে লগত লওঁ থ্ৰীলাৰ জাতীয় দুই-এখন কিতাপ। সেইবাৰো তেনেকুৱা এখন কিতাপেই লগত নিছিলো। কিন্তু সেইদিনা থ্ৰীলাৰেও মোৰ মনটো বান্ধি ৰাখিব নোৱাৰিলে। কিবা এটা নামহীন ব্যাখ্যাতীত অস্বস্তিয়ে মোক অস্থিৰ কৰিবলৈ ধৰিলে।

ৰাতি মই সদায় চাৰে ন বজাত ভাত খাই দহ বজাত বিছনাত পৰোঁ। কাচিৎহে তাৰ ব্যতিক্ৰম হয়। কিন্তু সেইদিনা ব্যতিক্ৰম ঘটাবলৈ মই নিজেই বাধ্য হ'লো। টোপনি যাব পাৰিলেই অস্বস্তি আৰু অস্থিৰতাৰ পৰা ৰক্ষা পৰিম বুলি আশা কৰি মই নিৰ্দিষ্ট সময়তকৈ এঘণ্টামান আগতেই ভাত খাই বিছনাত পৰিলো।

বিছনাত পৰাৰ পিছতহে মই অনুভৱ কৰিলো যে মোৰ চাৰিওফালে বিৰাজ কৰিছে এক হিম-শীতল ভীষণ নীৰৱতা। ওজন থকা বস্তুৰ দৰে সেই নীৰৱতাই মোক হেঁচা মাৰি ধৰিছে। নিৰ্জন ডাকবঙলাত অকলে ৰাতি যাপন কৰাৰ অভিজ্ঞতা এইটোৱেই মোৰ প্ৰথম নহয়। গহন অৰণ্যৰ পৰা আৰম্ভ কৰি জনপূৰ্ণ চহৰলৈকে বহু ঠাইত নীৰৱতা আৰু নিৰ্জনতাৰ লগত মোৰ সহবাস ঘটিছে। তেনেকুৱা প্ৰত্যেকটো অভিজ্ঞতাই আছিল ৰোমাঞ্চকৰ আৰু উপভোগ্য। কিন্তু ধুবুৰীৰ সেই বিশাল বঙলাটোত যি ধৰণৰ নীৰৱতাৰ লগত মোৰ পৰিচয় ঘটিল তেনে অভিজ্ঞতা মোৰ জীৱনত তাৰ আগতে কেতিয়াও হোৱা নাছিল। বহুত মানুহতকৈ মোৰ ভয়-ভীত কম বুলি মই নিজে বিশ্বাস কৰোঁ। কিন্তু ক'বলৈ লাজ নকৰোঁ যে সেইদিনা এক অজান ভয়ে মোক আচ্ছন্ন কৰি পেলাইছিল। নক'লেও হ'ব যে সেই ভয়ৰ উৎস আছিল মোৰ সেৱাত নিযুক্ত মানুহজনৰ ৰহস্যপূৰ্ণ আচৰণ আৰু তেওঁ গুচি যোৱাৰ পিছত বঙলাটোলৈ হঠাৎ নামি অহা ভয়ংকৰ নীৰৱতা। ... ... গোটেই ৰাতি মোৰ ভালকৈ টোপনি নাহিল।

পিছদিনা ৰাতিপুৱা ব্ৰেকফাষ্ট খাবৰ সময়ত মোক দেখা কৰিবলৈ অভ্যৰ্থনা সমিতিৰ এজন কৰ্মকৰ্তা আহিল। মই তেওঁক কথাই কথাই সুধিলো—'আপোনালোকৰ সন্মিলনলৈ মোৰ বাহিৰেও আৰু কোন কোন লেখক আহিছে?'

তেওঁ ক'লে—'কলিকতাৰ পৰা সুনীল গঙ্গোপাধ্যায় আৰু সমৰেন্দ্ৰ সেনগুপ্ত আহিছে। তেওঁলোক চাৰ্কিট হাউছত আছে।'

সুনীল গঙ্গোপাধ্যায়ৰ নাম শুনি মই অলপ উত্তেজিত হ'লো। ১৯৭৮ চনত পুৰীৰ এখন চেমিনাৰত তেওঁৰ লগত মোৰ প্ৰথম পৰিচয় হৈছিল, আৰু সেই পৰিচয় পিছলৈ বন্ধুত্বত পৰিণত হৈছিল। অৱশ্যে যোৱা বহু বছৰ ধৰি তেওঁৰ লগত মোৰ যোগাযোগ নাই। কিন্তু যিসময়ৰ কথা কৈছোঁ সেই সময়ত সুনীল গঙ্গোপাধ্যায়ৰ লগত মোৰ প্ৰথম পৰিচয় আৰু পুৰীৰ হোটেলত একেলগে কটোৱা কেইটামান দিনৰ স্মৃতি মোৰ মনত সজীৱ আৰু মধুৰ হৈ আছিল। সেই কাৰণে তেওঁক লগ পাবলৈ মই একপ্ৰকাৰে উত্ৰাৱল হৈ উঠিলো। মই মানুহজনক সুধিলো—'মোৰ কাৰণেও চাৰ্কিট হাউছত থকাৰ ব্যৱস্থা নকৰিলে কিয়? দুটা দিন সুনীলৰ লগত ৰং-তামাছা কৰি কটাব পাৰিলোহেঁতেন।'

ভদ্ৰলোকজনে ক'লে—'সেই চেষ্টা আমি নকৰাকৈ থকা নাছিলো। কিন্তু চাৰ্কিট হাউছত মাত্ৰ এটা ৰুম খালী আছিল। সেই কাৰণে দূৰৰ অতিথিক চাৰ্কিট হাউছৰ কোঠাটো দি আপোনাৰ কাৰণে ইয়াত ব্যৱস্থা কৰা হ'ল।'

মই ক'লো—'আপোনালোকৰ সভা দুটা বজাৰ পৰাহে আৰম্ভ হ'ব। এতিয়া দহটা

বজাই নাই। ব'লক, সুনীলক এবাৰ দেখা কৰি আহোঁ।'

চাৰ্কিট হাউছত উপস্থিত হৈ দেখোঁ, সুনীল গঙ্গোপাধ্যায় আৰু সমৰেন্দ্ৰ সেনগুপ্তই দুজনমান স্থানীয় গুণমুগ্ধৰ লগত আড্ডা মাৰি আছে। মোক দেখা পাই তেওঁলোক অকৃত্ৰিমভাৱে আনন্দিত হ'ল। সুনীল আৰু মোৰ মাজত তেতিয়ালৈকে তুমি-তামা চলিছিল। তেওঁ ক'লে—'তুমি চাৰ্কিট হাউছত নাথাকিলা কিয়? একেলগে থাকি ভাল লাগিলহেঁতেন। পিছে তুমি আছা ক'ত?'

মই নিজে ঘৰটোৰ পৰিচয় নাজানো। সেই কাৰণে সুনীলৰ প্ৰশ্নৰ উত্তৰ বিচাৰি মই মোৰ পথ-প্ৰদৰ্শক ভদ্ৰলোকজনৰ চকুলৈ চালো। তেওঁ ঘৰটোৰ ল'কেশ্যনটো কোৱাৰ লগে লগে সুনীলহঁতৰ লগত আড্ডা মাৰি থকা স্থানীয় ভদ্ৰলোক এজনে চকু দুটা ডাঙৰ কৰি মুখৰ ভিতৰতে চিৎকাৰ কৰি উঠিল—'উপেন ৰাজখোৱাৰ বঙলাটো? সেইটো দেখোন বহুত বছৰ ধৰি ভূত-বাংলা হৈ পৰি আছিল। এতিয়া তাত মানুহ থাকিবলৈ আৰম্ভ কৰিছে নেকি?'

খন্তেকৰ কাৰণে কোঠাটোলৈ এটা অদ্ভুত নীৰৱতা নামি আহিল। অন্ততঃ মই তেনেকৈ অনুভৱ কৰিলো। মই স্থানীয় ভদ্ৰলোক দুজনৰ মুখলৈ চালো। মোৰ দৃষ্টিৰ পৰা আত্মগোপন কৰিবৰ কাৰণে তেওঁলোকে মজিয়াৰ ওপৰত তেওঁলোকৰ দৃষ্টি নিবদ্ধ কৰিলে। জিলা ন্যায়াধীশ উপেন্দ্ৰ নাথ ৰাজখোৱাই নিজ হাতে তেওঁৰ পত্নী আৰু কন্যাসকলক হত্যা কৰাৰ ৰোমহৰ্ষক আৰু চাঞ্চল্যকৰ ঘটনাৰ বিৱৰণ সেই সময়ত দেশৰ সকলো বাতৰি কাকততে প্ৰকাশ পাইছিল। আনকি বি বি চি-য়েও যথেষ্ট গুৰুত্বসহকাৰে বাতৰিটো প্ৰচাৰ কৰিছিল। গতিকে সুনীল আৰু সমৰেন্দ্ৰই ঘটনাটোৰ বিষয়ে একো নজনাৰ প্ৰশ্নই উঠিব নোৱাৰে। কিন্তু অসমৰ মানুহে যিভাৱে ঘটনাটো মনত ৰাখিছে, অসমৰ বাহিৰৰ মানুহে ঠিক সেইভাৱে মনত ৰখাৰ প্ৰয়োজন অনুভৱ নকৰাটোৱেই স্বাভাৱিক। উপেন ৰাজখোৱাৰ নামটো শুনি তেওঁলোকৰ মনত একো প্ৰতিক্ৰিয়া নহ'ল। কিন্তু তেওঁলোকে এই বিষয়ে কিবা প্ৰশ্ন কৰি স্থানীয় ভদ্ৰলোক দুজনক অস্বস্তিত পেলাব বুলি ভয় কৰি মই লৰালৰিকৈ আন প্ৰসঙ্গ উলিয়াই বিষয়টো তল পেলাবলৈ চেষ্টা কৰিলো।

বাহিৰত বিষয়টো তল পৰিল; কিন্তু মোৰ মনৰ ভিতৰত সি তোলপাৰ লগাবলৈ ধৰিলে। আগৰাতিৰ অস্বস্তিকৰ অভিজ্ঞতাৰ প্ৰতিটো পুংখ-অনুপুংখ মোৰ মনলৈ আহিবলৈ ধৰিলে। কিন্তু সেই সকলোবোৰক তুচ্ছ কৰি মোৰ মনৰ ভিতৰত গুঁজৰিবলৈ ধৰিলে এটা সাংঘাতিক খং। ভয়ংকৰ হত্যাকাণ্ড সংঘটিত হোৱা যিটো ঘৰ ইমান দিনে পৰিত্যক্ত হৈ আছিল, আনকি চকীদাৰজনো ঘৰটোত ৰাতি নথকা হৈছিল, সেই ঘৰটোত সভাৰ কৰ্মকৰ্তাসকলে নিমন্ত্ৰিত অতিথি এজনক ৰাখিলে কিয়? তাত

থ'বলৈ অতিথিজনক নিয়াৰ আগতে তেওঁক কথাটো কোৱা নহ'ল কিয়? মোৰ পৰা যে গোটেই কথাটো গোপন কৰি ৰাখিবলৈ চেষ্টা কৰা হৈছিল সেই বিষয়ে মোৰ মনত ধনিষ্ঠামানো সন্দেহ নৰ'ল। মনৰ তেনে এটা উত্তেজিত অৱস্থাত মোৰ মনলৈ তেনে এটা ভাবো আহিল যে মোক সেই 'ভূত-বাংলা'টোত অকলে ৰাখি আৰু সুনীল-সমৰেন্দ্ৰক চাৰ্কিট হাউছত ৰাখি মোৰ নিমন্ত্ৰণকৰ্তাসকলে মোৰ প্ৰতি বৈষম্যমূলক আচৰণ কৰিছে। ঘৰটো ইমান ডাঙৰ আছিল যে তিনিওজন নিমন্ত্ৰিত অতিথিকে তাত ৰাখিব পৰা হ'লহেঁতেন। কিন্তু তেওঁলোকে সুনীল-সমৰেন্দ্ৰৰ প্ৰতি বিশেষ বিবেচনা প্ৰদৰ্শন কৰি তেওঁলোকক চাৰ্কিট হাউছত ৰখাৰ ব্যৱস্থা কৰি মোক ৰাখিলে পৈশাচিক হত্যাকাণ্ডৰ স্মৃতি-বিজড়িত সেই অভিশপ্ত ঘৰটোত!

মোৰ ইমান বেছি খং উঠিছিল যে সভাত যোগ নিদি মই গুৱাহাটীলৈ ঘূৰি আহিবলৈকে ঠিক কৰিছিলো। কিন্তু পিছমুহূৰ্ততে মই খংটো দমন কৰিলো। আনকি মই এই বুলিও ঠিক কৰিলো যে মই বিনা প্ৰতিবাদে আৰু এদিন-এৰাতি সেই ঘৰটোতে থাকিম। ভূত-প্ৰেতৰ অস্তিত্বত মোৰ বিশ্বাস নাই বা সেইবোৰক মই ভয়ো নকৰোঁ। কিন্তু এই কথাও অস্বীকাৰ কৰিব নোৱাৰোঁ যে চাৰিটাকৈ হত্যাকাণ্ডৰ স্মৃতি-বিজড়িত আৰু সকলোৰে দ্বাৰা পৰিত্যক্ত সেই ঘৰটোত অকলে ৰাতি কটাবলৈ মই অকণো উৎসাহ অনুভৱ কৰা নাছিলো। তথাপি নিজৰ ক্ৰোধ আৰু অহংকাৰৰ বশৱৰ্তী হৈ মই এই গোটেই বিষয়টো সম্পৰ্কে সম্পূৰ্ণ নীৰৱতা অৱলম্বন কৰিবলৈ ঠিক কৰিলো।

ঘৰটোত মোৰ দ্বিতীয় ৰাতিৰ অভিজ্ঞতা আগৰ ৰাতিতকৈ অলপ বেলেগ হ'ল। প্ৰথম ৰাতিত মই মোৰ অস্বস্তিৰ কাৰণ সমূলি বুজি পোৱা নাছিলো। কিন্তু দ্বিতীয় ৰাতিত মই বুজি পালো যে ঘৰটোত মই অকলশৰীয়া নহয়; ভয়ংকৰ নীৰৱতা আৰু অন্ধকাৰত কঁপনি তুলি তুলি মোৰ চাৰিওফালে নিঃশব্দে ঘূৰি ফুৰিছে উপেন্দ্ৰ নাথ ৰাজখোৱা, তেওঁৰ পত্নী আৰু তেওঁৰ তিনি কন্যাৰ অশৰীৰী আত্মা। অৱশ্যে কোৱা বাহুল্য মাথোন যে সেই অশৰীৰী আত্মাবোৰ আছিল মোৰ নিজৰ কল্পনাৰ সৃষ্টি। গোটেই ৰাতি এক মুহূৰ্তৰ কাৰণেও মোৰ চকুলৈ টোপনি নাহিল। তাৰ কাৰণ ভয় বুলি মই ক'ব নোখোজোঁ, কাৰণ সিমান ভয়াতুৰ মানুহ হোৱা হ'লে সেই অভিশপ্ত ঘৰটোত দ্বিতীয় ৰাতি নাথাকিলোৱেঁইহেঁতেন। ভয়ৰ কথা স্বীকাৰ কৰি বা আন কিবা অজুহাত উলিয়াই মই এখন হোটেললৈকে গুচি গ'লোহেঁতেন। অৱশ্যে আন এটা দৃষ্টিকোণৰ পৰা চাই তাক ভয় বুলিও ক'ব পাৰি ঃ একপ্ৰকাৰৰ যুক্তিহীন, ব্যাখ্যাহীন, সংস্কাৰজাত ভয়। যিসকল মানুহে জীৱনৰ আগবয়সত বা ডেকাকালত 'ড্ৰেকুলা' নামৰ উপন্যাসখন পঢ়িছে তেওঁলোকে এই ভয়ৰ কিছু আভাস পাব। বত্ৰিশ

বছৰমান বয়সত মই যেতিয়া উপন্যাসখন পঢ়িছিলো, তেতিয়া ঘৰৰ দুৱাৰ বা খিৰিকিত সামান্য কিবা এটা শব্দ শুনিলেই ৰক্ত-লোলুপ ভেম্পায়াৰে দুৱাৰ-খিৰিকি খুলিবলৈ চেষ্টা কৰিছে বুলি ভাবি ভয়ত কঁপি উঠিছিলো। সেই ভয়ৰ উৎস কি আছিল সেই কথা মই জানিছিলো। এড্‌গাৰ এলেন পোৱে কোৱাৰ দৰে—terror not of Germany but of your own soul.

বিছনাত কেবাঘণ্টা উজাগৰে পৰি থকাৰ পিছত মই যেতিয়া আতঙ্ক, অন্ধকাৰ আৰু নীৰৱতাৰ লগত অভ্যস্ত হৈ পৰিলো, তেতিয়া মই কিছু শান্ত হৈ উপেন্দ্ৰ নাথ ৰাজখোৱাৰ কথা ভাবিবলৈ ধৰিলো। যিটো বস্তুৱে এজন ন্যায়াধীশক হত্যাকাৰীত পৰিণত কৰিছিল সেইটো আছিল নিঃসন্দেহে যৌন-ঈৰ্ষা। পৰিবাৰভিত্তিক সভ্যতা গঠন হোৱাৰ সময়ৰ পৰা নাৰী-পুৰুষ উভয়ৰে মনত যি যৌন-ঈৰ্ষাৰ উন্মেষ হৈছিল তাৰ কবলৰ পৰা অতি শক্তিমান লোকসকলেও আত্মৰক্ষা কৰিব পৰা নাই। হিন্দুসকলৰ দ্বাৰা ভগৱান ৰূপে পূজিত শ্ৰীৰামচন্দ্ৰও যৌন-ঈৰ্ষাৰ দ্বাৰা কিছু পৰিমাণে হ'লেও আক্ৰান্ত হৈছিল—যিটো কাৰণে তেওঁ চিৰ-দুখিনী সীতাক সতীত্বৰ পৰীক্ষা দিবলৈ বাধ্য কৰিছিল। যুগ যুগ ধৰি যৌন-ঈৰ্ষা এনে এটা জটিল মনস্তাত্ত্বিক সমস্যা হৈ আহিছে যে খ্ৰীঃ পূঃ পঞ্চম শতিকাৰ প্ৰাচীন গ্ৰীক নাট্যকাৰ ইউৰিপাইদিছৰ 'মেডিয়া'ৰ পৰা আৰম্ভ কৰি যোল শতিকাৰ ইংৰাজ নাট্যকাৰ শ্বেক্‌ছ্‌পীয়েৰৰ অ'থেলোলৈকে বিশ্ব-সাহিত্যৰ কেবাখনো সৰ্বোৎকৃষ্ট ট্ৰেজেদিৰ বিষয়-বস্তু হ'ল যৌন-ঈৰ্ষা। যুক্তিৰে বিচাৰ কৰি যৌন-ঈৰ্ষাক এটা মানসিক ব্যাধিৰ বাহিৰে আন একো নহয় বুলি প্ৰমাণ কৰিব পাৰি—যেনেকৈ বাৰ্ট্ৰাণ্ড ৰাছেলে কৰিছিল তেওঁৰ বিখ্যাত Marriage and Morals নামৰ কিতাপত। যৌন-ঈৰ্ষাক বিদ্ৰূপ কৰা যুক্তিবাদী দাৰ্শনিকজনে নিজেই কিন্তু এবাৰ ঈৰ্ষাত উন্মাদ-প্ৰায় হৈ একেবাৰতে কুৰিটামান এছপিৰিন টেবলেট খাই আত্মহত্যা কৰিবলৈ চেষ্টা কৰিছিল। যৌন-ঈৰ্ষাৰ এটা চৰম ৰূপ প্ৰকাশ পাইছে অ'থেলোৰ এই বিখ্যাত উক্তিত—

O course of marriage
That we can call these delicate creatures ours
And not their appetities. I had rather be a toad
And live upon the vapour of dungeon
Than keep a corner in the thing I love
For others' uses.

নৰ্মান অ' ব্ৰাউন নামৰ এজন দাৰ্শনিক লেখকে যৌন-ঈৰ্ষাৰ এটা যুক্তিগ্ৰাহ্য ব্যাখ্যা

দিবলৈ চেষ্টা কৰিছে। তেওঁৰ মতে মানুহৰ একান্ত ব্যক্তিগত সম্পত্তি হ'ল তেওঁৰ নিজৰ শৰীৰটো। কিন্তু আন কাৰোবাৰ শৰীৰেও যদি তেওঁক আনন্দ দিয়ে, তেন্তে তেনে আনন্দৰ উৎস সেই শৰীৰটোকো তেওঁ ব্যক্তিগত সম্পত্তিত পৰিণত কৰিব খোজে আৰু আনে তাৰ ভাগ পোৱাটো তেওঁ সহ্য নকৰে।

অৱশ্যে পৃথিৱীত এনে মানুহো একেবাৰে নোহোৱা নহয়—যিসকল মানুহ সকলো ধৰণৰ যৌন-ঈৰ্ষাৰ পৰা সম্পূৰ্ণভাৱে মুক্ত। তাৰ এটা চৰম নিদৰ্শন হ'ল প্ৰাচীন গ্ৰীচৰ এজন দাৰ্শনিক। তেওঁৰ এগৰাকী প্ৰণয়িনী আছিল। এদিন এজন বন্ধুৱে তেওঁক জোকাবৰ মনেৰে ক'লে যে মহিলাগৰাকীয়ে তেওঁক নিশ্চয় ভাল নাপায়; ভাল পোৱা হ'লে তেওঁ আন পুৰুষৰ লগতো সম্পৰ্ক নাৰাখিলেহেঁতেন। সেই কথা শুনি দাৰ্শনিকজনে নিৰ্বিকাৰ হৈ ক'লে—'মই মাছ খাই ভাল পাওঁ; সেই বুলি মই এইটো বিচাৰোঁ নেকি যে মাছেও মোক ভাল পাওক?'

কিন্তু এনেকুৱা মানুহ নিশ্চয় খুব বিৰল; কোটিৰ ভিতৰত এজন হ'বনে নহয় সন্দেহ। যুগ যুগ ধৰি যৌন-ঈৰ্ষাই বহুতো মানুহক অশেষ যন্ত্ৰণা দি আহিছে। সেইবোৰৰ ভিতৰত কিছুমান মানুহ হয় মহৎ ট্ৰেজেদিৰ নায়ক। যেনে—অ'থেলো। কিছুমান মানুহ হয় সাধাৰণ অপৰাধী। যেনে—উপেন্দ্ৰ নাথ ৰাজখোৱা।

যিটো অভিশপ্ত ঘৰত উপেন্দ্ৰ নাথ ৰাজখোৱাই নিজৰ পত্নী আৰু তিনি কন্যাক নিৰ্মমভাৱে হত্যা কৰিছিল সেইটো ঘৰত ঘটনাক্ৰমে ৰাতি কটাব লগা হোৱাত মই উজাগৰ সময়খিনি অতিবাহিত কৰিলো তেওঁৰ প্ৰেতাত্মাৰ লগত এইবোৰ কথা আলোচনা কৰি।

# মেৰিলিন মন্‌ৰোৰ জীৱন আৰু মৃত্যু

মই চিনেমাৰ প্ৰতি গভীৰভাৱে অনুৰক্ত। ডিব্ৰুগড় চৰকাৰী হাইস্কুলত পঢ়ি থকাৰ সময়ত মই তিনিবছৰৰ ভিতৰত চাৰিশতকৈ বেছি চিনেমা চাইছিলো। সঁচা কথা ক'বলৈ গ'লে চিনেমাৰ নিচাই মোৰ জীৱনৰ গতিকেই সলনি কৰি দিলে। মোৰ শিক্ষকসকলে আশা কৰিছিল যে প্ৰৱেশিকা পৰীক্ষাত মোৰ নাম নিশ্চয় থাকিব প্ৰথম দহজনৰ তালিকাত। কিন্তু তেওঁলোকক সম্পূৰ্ণভাৱে নিৰাশ কৰি মই কানে কান মাৰি কোনোমতে প্ৰথম বিভাগটোহে পালো। আনকি লেটাৰ এটাও নাপালো। এই সকলোবোৰেই হ'ল মোৰ অত্যধিক চিনেমা-প্ৰীতিৰ ফল। বা কুফল।

বয়স বঢ়াৰ লগে লগে স্বাভাৱিকতেই মানুহৰ ৰুচি সলনি হয়। উদাহৰণ স্বৰূপে, কিতাপ পঢ়াৰ অভ্যাস হয়তো আমৰণ থাকি যায়; কিন্তু শৈশৱত পঢ়ি ভাল লগা কিতাপে পৰিণত বয়সৰ মানুহৰ মানসিক প্ৰয়োজন পূৰ্ণ কৰিব নোৱাৰে। চিনেমাৰ ক্ষেত্ৰতো সেই একেটা কথাই প্ৰযোজ্য। মই এতিয়াও চিনেমা চাই খুব ভাল পাওঁ, কিন্তু নব্বৈ শতাংশ বলিউদ-মাৰ্কা হিন্দী চিনেমাৰ প্ৰতি মই অনুভৱ কৰোঁ চৰম বিতৃষ্ণা। মহৎ সাহিত্যৰ দৰে মই এতিয়া আকৰ্ষণ অনুভৱ কৰোঁ কেৱল মহৎ চিনেমাৰ প্ৰতি।

চিনেমা ভাল পোৱা মানুহৰ মনত কিছুমান অভিনেতা আৰু অভিনেত্ৰীয়ে দকৈ দাগ কাটে। তেনেকৈ দাগ কাটিব পৰাৰ কাৰণ কেৱল তেওঁলোকৰ শাৰীৰিক সৌন্দৰ্য বা অভিনয়-প্ৰতিভা নহয়। তেওঁলোকৰ সামগ্ৰিক ব্যক্তিত্বৰ এনে কিবা এটা ৰহস্যময় বা সংজ্ঞাতীত দিশ থাকে—যিটোৱে দৰ্শকৰ মনলৈ গভীৰ আৱেগ সঞ্চাৰিত কৰি দিয়ে। উদাহৰণ স্বৰূপে গ্ৰেটা গাৰ্বোৰ কথা ক'ব পাৰি। গ্ৰেটা গাৰ্বোৰ ৰহস্যময় জীৱন আৰু ব্যক্তিত্বই লক্ষ লক্ষ মানুহৰ হৃদয় আলোড়িত কৰিছে। ন'বেল বঁটা বিজয়ী ফৰাচী ঔপন্যাসিক ফ্ৰাচোৱাঁ মৰিয়াকৰ এখন ৰচনাত গাৰ্বো-বন্দনাই প্ৰায় কবিতাৰ ৰূপ লৈছে। গ্ৰেটা গাৰ্বোৰ ৰহস্যময় সৌন্দৰ্য আৰু ব্যক্তিত্বই পৃথিৱীৰ যি লক্ষ লক্ষ মানুহক মোহাবিষ্ট কৰি ৰাখিছে সেইসকলৰ ভিতৰত ময়ো এজন। তেওঁৰ বিষয়ে ময়ো এখন ৰচনা লিখিছোঁ। গ্ৰেটা গাৰ্বোৱেই একমাত্ৰ চিত্ৰাভিনেত্ৰী—যাৰ বিষয়ে মই এখন ৰচনা লিখি তেওঁৰ প্ৰতি মোৰ গভীৰ অনুৰাগ ব্যক্ত কৰিছোঁ।

বহু বছৰৰ আগতে মই মেৰিলিন মন্‌ৰোৱে অভিনয় কৰা কেইখনমান ছবি চাইছিলো। মোৰ যিমানদূৰ মনত পৰে—ছবিকেইখনৰ নাম আছিল Seven Year Itch,

Gentlemen Prefer Blondes আৰু Niagra। তেওঁৰ বেছি বিখ্যাত ছবিকেইখন চাবলৈ মই সুযোগ নাপালো—(Bus stop, Some Like It Hot, The Misfits ইত্যাদি)। মই কেবাশ ইংৰাজী আৰু ইংৰাজীত ডাব কৰা অন্যান্য বিদেশী ভাষাৰ ছবি চাইছোঁ; বহুতো অভিনেতা আৰু অভিনেত্ৰীয়ে মোৰ মনত স্থায়ীভাৱে দাগ কাটিছে। কিন্তু মোৰ প্ৰিয় অভিনেতা আৰু অভিনেত্ৰীৰ নাতিদীৰ্ঘ তালিকাখনত মেৰিলিন মন্‌ৰোৱে ঠাই পোৱা নাই। সঁচা কথা ক'বলৈ গ'লে তেওঁ অভিনয় কৰা ছবিকেইখন চাই শেষ কৰাৰ লগে লগেই তেওঁৰ নাম আৰু মুখচ্ছবি মোৰ মনৰ পৰা নোহোৱা হৈ গৈছিল।

অভিনেত্ৰী বা সুন্দৰী ৰমণী হিচাপে মই মেৰিলিন মন্‌ৰোক বেছি মূল্য দিব নুখুজিলেও তেওঁৰ প্ৰতি একাধিক কাৰণত মোৰ মনত কৌতূহল জাগ্ৰত হৈছিল। প্ৰথমবাৰৰ কাৰণে তেওঁৰ প্ৰতি মই কৌতূহল অনুভৱ কৰিছিলো ১৯৫৪ চনত বিখ্যাত নাট্যকাৰ আৰ্থাৰ মিলাৰৰ লগত তেওঁৰ বিয়া হোৱাৰ খবৰ শুনি। মোৰ চকুত মেৰিলিন মন্‌ৰো আছিল উগ্ৰ যৌনতাৰ প্ৰতীক এটা ফ্লেছ-পট মাত্ৰ। আনহাতে, The Death of a Sales man আৰু The Crucibleৰ নিচিনা মননশীল নাটকৰ লেখক আৰ্থাৰ মিলাৰ আছিল সেই যুগৰ এজন অতি উচ্চ প্ৰশংসিত আৰু প্ৰভাৱশালী নাট্যকাৰ। তেওঁলোক দুজনৰ বিয়াৰ খবৰ শুনি মোৰ মনলৈ অহা প্ৰথম প্ৰশ্নটো আছিল ঃ আৰ্থাৰ মিলাৰৰ নিচিনা মানুহক আকৃষ্ট কৰিব পৰাকৈ উগ্ৰ যৌন আবেদনৰ বাহিৰেও মেৰিলিন মন্‌ৰোৰ আন কিবা সম্পদ আছিল নেকি?

১৯৬১ চনত মিলাৰৰ লগত মেৰিলিনৰ বিবাহ-বিচ্ছেদ হ'ল। তাৰ পিছৰ বছৰতে, অৰ্থাৎ ১৯৬২ চনত মেৰিলিনে আত্মহত্যা কৰিলে। সেই সময়ত তেওঁৰ বয়স হৈছিল মাত্ৰ ৩৫ বছৰ। দ্বিতীয়বাৰৰ কাৰণে মোৰ মনত কৌতূহল হ'ল ঃ কিহৰ দুখত মেৰিলিনে আত্মহত্যা কৰিলে? জীৱনৰ পৰা তেওঁ কি বিচাৰিছিল? বাহিৰৰ পৰা দেখাত তো তেওঁৰ একোৰেই অভাৱ নাছিল। সুন্দৰী চিত্ৰ-তাৰকাৰ বিচিত্ৰ দাবী আৰু ক্ষুধা পূৰণ কৰাটো হয়তো আৰ্থাৰ মিলাৰৰ নিচিনা মানুহৰ পক্ষে সম্ভৱ নাছিল। কিন্তু মেৰিলিনে প্ৰণয়ী তথা শয্যা-সংগী হিচাপে পাইছিল ৰাষ্ট্ৰপতি জন কেনেডী আৰু তেওঁৰ ভায়েক এটৰ্ণী জেনেৰেল ৰবাৰ্ট কেনেডীৰ নিচিনা মানুহক; লক্ষ লক্ষ মানুহৰ বাসনা-বিহ্বল মুগ্ধ দৃষ্টি আছিল তেওঁৰ নিত্য-সংগী। তেওঁৰ মনত হয়তো আছিল কিবা এক ব্যাখ্যাতীত বিষাদ; কিন্তু মাত্ৰ ৩৫ বছৰ বয়সতে তেওঁৰ নিচিনা এগৰাকী বহু বন্দিতা পৰমা সুন্দৰী অভিনেত্ৰীৰ জীৱন শেষ কৰি দিবলৈ সিয়েই যথেষ্ট আছিলনে?

সেই প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱাটো মোৰ পক্ষে সম্ভৱ নাছিল। তদুপৰি মোৰ কাৰণে প্ৰশ্নটো ইমান গুৰুত্বপূৰ্ণও নাছিল যে তাৰ উত্তৰ বিচাৰিবৰ কাৰণেই মই জীৱনৰ কিছুসময় খৰচ কৰিম। মনত প্ৰশ্নটো উদয় হোৱাৰ কিছুসময়ৰ পিছতে সি

আপোনা-আপুনি মাৰ গ'ল। মেৰিলিন মন্‌ৰোৰ কথাও মই সমূলি পাহৰি গ'লো। পৃথিৱীৰ কোটি কোটি মানুহক কৰাৰ দৰে তেওঁৰ শৰীৰ-সৰ্বস্ব ৰূপ-লাৱণ্যই মোক কোনোদিনেই আকৃষ্ট কৰা নাছিল।

কিন্তু মই পাহৰিলেও সংবাদ-মাধ্যমে মেৰিলিন মন্‌ৰোক কেতিয়াও পাহৰি থাকিব নোৱাৰে। যোৱা কেবা বছৰ ধৰি তেওঁৰ বিষয়ে এটা খবৰ প্ৰায় নিয়মিতভাৱে সংবাদ-মাধ্যমৰ যোগেদি প্ৰচাৰিত হৈ আছে। সেইটো হ'ল নিলাম বজাৰত মেৰিলিন মন্‌ৰোৰ সাজ-পাৰ আৰু অন্যান্য ব্যৱহৃত সামগ্ৰীৰ বিক্ৰী। এইবোৰ বস্তুৰ ভিতৰত আটাইতকৈ বেছি চাহিদা হ'ল তেওঁৰ নিম্নাঙ্গৰ অন্তৰ্বাস তথা পেণ্টিৰ। মেৰিলিন মন্‌ৰোৰ প্ৰবাদ-প্ৰতিম অঙ্গশোভাই কিছুমান মানুহৰ মনত কেনে ধৰণৰ মোগ্‌ৰেশ সৃষ্টি কৰিছে সেইটো প্ৰমাণ কৰিবলৈ এই এটা মাত্ৰ উদাহৰণেই যথেষ্ট। ইয়াৰ আগতে বা পিছতো কোনো সুন্দৰী নাৰীৰ অন্তৰ্বাস সংগ্ৰহ কৰি তাক এটা প্ৰিয় সামগ্ৰী ৰূপে সংৰক্ষণ কৰিবলৈ অন্ততঃ এক বিশেষ শ্ৰেণীৰ পুৰুষৰ মাজত এনে আগ্ৰহ দেখা নগৈছিল। যোৱা কেইবছৰমান ধৰি এনেবোৰ ঘটনা ঘটি থকাৰ মূৰকত কুৰি শতিকাৰ শেষ বছৰটোত পৃথিৱীৰ সংবাদ-মাধ্যমে প্ৰায় একমুখে ঘোষণা কৰিলে যে মেৰিলিন মন্‌ৰোৱেই হ'ল কুৰি শতিকাৰ আটাইতকৈ বেছি যৌন-আবেদনময়ী নাৰী।

কিন্তু মেৰিলিন মন্‌ৰো কেৱল সংবাদ মাধ্যমৰেই চৰ্চাৰ বিষয় হৈ থকা নাই। তেওঁৰ ৰহস্যময় জীৱন আৰু মৃত্যুক কেন্দ্ৰ কৰি আমেৰিকা যুক্তৰাষ্ট্ৰত বহুতো কিতাপ ৰচিত হৈছে। আনকি নৰ্মান মেইলাৰৰ নিচিনা বিশ্ববিখ্যাত লেখকেও তেওঁক বিষয়-বস্তু হিচাপে লৈ প্ৰায় সাতশ পৃষ্ঠাৰ বৃহৎ জীৱন-চৰিত লিখিছে। তেওঁৰ বিখ্যাত কিতাপখনৰ বাহিৰেও মেৰিলিন মন্‌ৰোৰ বিষয়ে লিখা আন কেইখনমান উল্লেখযোগ্য কিতাপ হ'ল Marilyn Monore : A Composite View (ed-Ddward Wagenknecht); Marilyn Monroe : The Biography (Donald Spoto); The Men Who Murdered Marilyn (Mathew Smith); Goddess : The Secret Lives of Marilyn Monore (Anthony Summers); Marilyn Monroe (Barbara Leaming) ইত্যাদি। এই কিতাপবোৰৰ উপৰি Encounter-ৰ নিচিনা উন্নাসিক আলোচনীতো The Death of Marilyn Monroe শীৰ্ষক প্ৰবন্ধ প্ৰকাশ হৈছিল।

এই গোটেইবোৰ তথ্যই প্ৰমাণ কৰে যে মই বহু বছৰ ধৰি ভাবি থকাৰ দৰে মেৰিলিন মন্‌ৰো কেৱল এটা flesh-pot নাছিল, বা তেওঁৰ আবেদনো কেৱল যৌনতাৰ মাজতেই সীমাবদ্ধ নাছিল। তেওঁৰ শৰীৰৰ আবেদনে এটা অতিৰিক্ত আৰু তেওঁৰ ৰহস্যময় ব্যক্তিত্ব হৈ গভীৰ ধ্যানৰ বিষয়। অৱশ্যে লগতে এই কথাও স্বীকাৰ কৰিব লাগিব যে মেৰিলিন মন্‌ৰোৰ কিম্বদন্তি সৃষ্টি কৰাত আটাইতকৈ বেছি বৰঙণি যোগাইছিল মাত্ৰ ৩৫ বছৰ বয়সত তেওঁৰ আত্মহত্যাই।

মেৰিলিন আছিল তেওঁৰ মাতৃৰ জাৰজ সন্তান, আৰু তেওঁৰ শৈশৱ অতিবাহিত হৈছিল নিৰ্মম দাৰিদ্ৰ্যৰ মাজত। দাৰিদ্ৰ্যৰ তাড়নাত তেওঁ যৌৱনত ভৰি দিয়াৰ আগতেই এটা কাৰখানাত শ্ৰমিক হিচাপে কাম কৰিব লগা হৈছিল। সেই বয়সতে তেওঁৰ জীৱন আছিল নিঃসঙ্গ আৰু নিৰানন্দ। সেই সময়ত দ্বিতীয় বিশ্বযুদ্ধ চলি আছিল। এদিন বিমান বাহিনীৰ কেতবোৰ মানুহ মেৰিলিনৰ কাৰখানাটোৰ ছবি ল'বলৈ আহিল। ছবিৰ প্ৰয়োজনত মেৰিলিনক মডেল হিচাপে ব্যৱহাৰ কৰা হ'ল। ছবিবোৰ দেখাৰ পিছত ফটোগ্ৰাফাৰজনে মেৰিলিনক ক'লে—'তুমি মডেল হিচাপে কাম নকৰা কিয়? ঘণ্টাত ৫ ডলাৰকৈ পাবা।'

কাৰখানাৰ শ্ৰমিক হিচাপে তেতিয়া মেৰিলিনে সপ্তাহত পাইছিল ২০ ডলাৰ। কাম কৰিবলগা হৈছিল দিনে দহ ঘণ্টাকৈ। অৰ্থাৎ তেওঁৰ তিনি ঘণ্টাৰ পৰিশ্ৰমৰ মূল্য আছিল ১ ডলাৰ। ফটোগ্ৰাফাৰজনে জীৱনৰ এটা নতুন সম্ভাৱনাৰ প্ৰতি মেৰিলিনৰ চকু মেল খুৱাই দিয়াৰ পিছত তেওঁ মডেল হিচাপে কাম কৰিবলৈ আৰম্ভ কৰিলে। সৰুৰে পৰাই অভিনয়-শিক্ষাৰ প্ৰতি তেওঁৰ মনত আছিল তীব্ৰ অনুৰাগ। কিন্তু অৰ্থৰ অভাৱত তেওঁ নিজৰ সেই উচ্চাকাংক্ষা পূৰণ কৰিব পৰা নাছিল। কিন্তু এতিয়া হাতলৈ অলপ ধন অহাৰ ফলত তেওঁ অভিনয়-শিক্ষাৰ স্কুলত নামভৰ্তি কৰিলে।

মডেলিং আৰু অভিনয়-শিক্ষা সমান্তৰালভাৱে চলি থকাৰ সময়তে এখন কেলেণ্ডাৰৰ কাৰণে তোলা মেৰিলিনৰ এখন নগ্ন ছবি প্ৰকাশ হৈছিল। মেৰিলিন-কিম্বদন্তিৰ সেইটোৱেই আছিল আৰম্ভণি। পৃথিৱীৰ বিখ্যাততম আলোক-চিত্ৰবোৰৰ ভিতৰত মেৰিলিনৰ সেই নগ্ন ছবিখনো অন্যতম। ইতিমধ্যে তেওঁৰ চিত্ৰাভিনেত্ৰীৰ জীৱন আৰম্ভ হৈছিল। তেওঁৰ প্ৰথম ছবিখনৰ নাম আছিল Asphalt Jungle। তাৰ পিছৰ পৰা আৰু মেৰিলিনে পিছলৈ ঘূৰি চাব লগা হোৱা নাই। অতি সোনকালেই তেওঁ পৰিচিত হ'ল হলিউদৰ আটাইতকৈ মোহময়ী আৰু যৌন-আবেদনময়ী চিত্ৰাভিনেত্ৰী হিচাপে। এণ্থনী ছামাৰ্ছে লেখা তেওঁৰ জীৱনীখনৰ নামেই হ'ল—Goddess।

শীৰ্ষস্থানীয় আমেৰিকান নাট্যকাৰ আৰ্থাৰ মিলাৰ চিনেমাৰ লগতো নিবিড়ভাৱে জড়িত হৈ আছিল—প্ৰধানকৈ চিত্ৰনাট্যকাৰ হিচাপে। মেৰিলিন মনৰোৱে As Young as You Feel নামৰ এখন ছবিত কাম কৰি থকাৰ সময়ত এদিন আৰ্থাৰ মিলাৰ আৰু বিখ্যাত চিত্ৰ পৰিচালক এলিয়া কাজান ষ্টুডিঅ'লৈ আহিছিল। সেইটো ১৯৫১ চনৰ কথা। সেইদিনা মেৰিলিনে তেওঁৰ এজন মৰমৰ বন্ধুৰ মৃত্যুৰ খবৰ পাইছিল আৰু সেই কাৰণে ষ্টুডিঅ'ৰ এটা চুকত অকলশৰে বহি তেওঁ কান্দি আছিল। তেওঁক কান্দি থকা দেখি মিলাৰ আৰু কাজান দুয়ো তেওঁৰ ওচৰলৈ আহি তেওঁক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। মিলাৰৰ লগত সেইটোৱেই আছিল মেৰিলিনৰ প্ৰথম সাক্ষাৎ। কেবাবছৰৰ

পিছত মেৰিলিনে এই সাক্ষাৎকাৰৰ বিষয়ে কৈছিল—I don't know how to say it, but I was in love with him from the first moment.

প্ৰথম দৰ্শনতে দুয়োজনে পৰস্পৰক প্ৰেম নিবেদন কৰিব নোৱাৰিলেও দুয়োৰে মাজত হৃদয়ৰ এক ধৰণৰ যোগাযোগ নিশ্চয় হৈছিল। কেবাবছৰ ধৰি তেওঁলোকৰ মাজত পত্ৰ-বিনিময় হৈছিল; মেৰিলিনৰ মানসিক উৎকৰ্ষ সাধিবৰ মনেৰে মিলাৰে তেওঁলৈ কিতাপৰ তালিকা পঠাই সেই কিতাপবোৰ পঢ়িবলৈ মেৰিলিনক উপদেশ দিছিল। মিলাৰক একে ধৰণৰ বৌদ্ধিক প্ৰতিদান দিয়াটো মেৰিলিনৰ পক্ষে সম্ভৱ নাছিল; কিন্তু তেওঁ নিজৰ ছবিবোৰত নিজকে সম্পূৰ্ণভাৱে উজাৰি দি অভিনয় কৰিবলৈ চেষ্টা কৰিছিল এই আশাত যে মিলাৰে সেই ছবিবোৰ চাব।

১৯৫৪ চনত জো ডি'মেগ্গিঅ' (Joe Dimaggio) নামে এজন বেইছবল খেলুৱৈৰ লগত মেৰিলিনৰ বিয়া হ'ল। কিন্তু বিয়াখন স্থায়ী হ'ল মাত্ৰ নমাহ। বহুতো কথাত তেওঁলোকে পৰস্পৰক বুজি পাইছিল যদিও মেৰিলিনৰ মতে কেৱল পাৰস্পৰিক বুজাবুজিয়েই প্ৰেম আৰু বিবাহৰ স্থায়ী ভেটি হ'ব নোৱাৰে।

সংবাদ-মাধ্যমৰ যোগেদি বিয়াখনৰ বতৰা সেই সময়তে মোৰ কাণতো আহি পৰিছিল, কাৰণ জীৱনৰ ভৰ যৌৱনত সুন্দৰী চিত্ৰ-তাৰকাৰ প্ৰেম, বিবাহ আৰু বিবাহ-বিচ্ছেদৰ খুটি-নাটি বিৱৰণ সংগ্ৰহ কৰাটো আছিল আন বহুতো যুৱকৰ দৰেই মোৰো এটা প্ৰিয় হবি। কিন্তু সেই সময়ত বেইছবল সম্পৰ্কে আৰু আমেৰিকাত বেইছবলৰ অসামান্য জনপ্ৰিয়তা সম্পৰ্কে মোৰ কোনো স্পষ্ট ধাৰণা নথকাৰ কাৰণে মই জো ডি'মেগ্গিঅ'ৰ প্ৰতি কোনো ধৰণৰ কৌতূহল অনুভৱ কৰা নাছিলো। মই ভাবিছিলো যে হলিউদৰ বহু-বল্লভা সুন্দৰীসকলে যিবোৰ পুৰুষক খেলাৰ পুতলাৰ দৰে দুদিনমানৰ কাৰণে ব্যৱহাৰ কৰি প্ৰয়োজন শেষ হোৱাৰ লগে লগে বকৰাণিলৈ দলিয়াই দিয়ে, ডি'মেগ্গিয়অ'ও নিশ্চয় আছিল ঠিক তেনে এজন পুৰুষ।

কিন্তু মোৰ ভুল ভাগিল ১৯৯৯ চনৰ ২২ মাৰ্চৰ টাইম মেগাজিনখন পঢ়ি।

তাৰ কেইদিনমানৰ আগতে ডি'মেগ্গিঅ'ৰ মৃত্যু হৈছিল—৮৫ বছৰ বয়সত। কোনোবা মানুহৰ মৃত্যু উপলক্ষে তেওঁৰ জীৱনটো স্মৰণ কৰিবলৈ টাইম মেগাজিনে যদি মাত্ৰ এটা পৃষ্ঠাও খৰচ কৰে, তেন্তে বুজিব লাগিব যে তেওঁ হ'ব লাগিব এজন অসাধাৰণ মানুহ। কিন্তু ডি'মেগ্গিঅ'ৰ বিষয়ে লিখিবলৈ টাইম মেগাজিনে খৰচ কৰিছিল সম্পূৰ্ণ দুটা পৃষ্ঠা! সেইদিনাহে মই জানিলো যে নিজৰ অজ্ঞতা-বশতঃ মই কেৱল ফ্লেশ-পট বুলি ভাবি থকা মেৰিলিন মন্‌ৰোৰ জীৱনলৈ স্বামী হিচাপে যি দুজন মানুহ আহিছিল, সেই দুয়োজনেই—জো ডি'মেগ্গিঅ' আৰু আৰ্থাৰ মিলাৰ—আছিল অসাধাৰণ মানুহ।

মই প্ৰায় ত্ৰিশ বছৰ ধৰি টাইম মেগাজিন পঢ়িছোঁ। সেই কাৰণে মই ক'ব পাৰোঁ যে জো ডি'মেগ্নিঅ'ৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাবলৈ টাইমে যি ভাষা ব্যৱহাৰ কৰিছে তেনেকুৱা শ্ৰদ্ধাপূৰ্ণ আৰু আৱেগময় ভাষা খুব কম মানুহৰ ক্ষেত্ৰতহে ব্যৱহাৰ কৰা হয়। এটা মাত্ৰ নমুনা চাওক। He spent his 48 years after baseball essentially being Joe Dimaggio. The less he said about himself during his dignified public appearances, the more other talked about him. Earnest Hemingway put him into. The Old Man and the Sea (I would like to take the great Dimaggio fishing–the old man said, 'They say his father was a fisherman') Paul Simon's song 'Mrs Robinson', written for the movie 'The Graduate' asked–'Where have you gone? Joe Dimaggio? A nation turns its lonely eyes to you'–evoking a 60s sense of Vanish heroes.

ডি'মেগ্নিঅ'ৰ লগত বিবাহ-বিচ্ছেদ হোৱাৰ পিছত মেৰিলিন মন্‌ৰোৱে আৰ্থাৰ মিলাৰক বিয়া কৰাইছিল। কিন্তু ১৯৬২ চনৰ ছেপ্তেম্বৰ মাহত মেৰিলিনে যেতিয়া আত্মহত্যা কৰিলে, তেতিয়া তেওঁৰ অন্ত্যেষ্টিক্ৰিয়াৰ সমস্ত ব্যৱস্থাৰ দায়িত্ব ল'লে ডি'মেগ্ৰিঅ'ই। কেৱল সেয়েই নহয়, মেৰিলিনৰ সমাধিস্থলত যাতে প্ৰতি সপ্তাহে গছৰ পৰা নতুনকৈ ছিঙা ফুলৰ থোপা ৰখা হয় তাৰো ব্যৱস্থা কৰিলে তেওঁ। বুজা গ'ল যে মেৰিলিন তেওঁৰ জীৱনৰ পৰা আঁতৰি গ'লেও তেওঁৰ হৃদয়ৰ পৰা সম্পূৰ্ণভাৱে আঁতৰি যোৱা নাছিল।

মেৰিলিনৰ নিজৰ স্বীকাৰোক্তিৰ পৰাই জনা যায় যে তেওঁৰ দ্বিতীয় স্বামী আৰ্থাৰ মিলাৰক খুব ভাল পাইছিল আৰু শ্ৰদ্ধা কৰিছিল। অথচ তেওঁ আত্মহত্যা কৰিলে মাত্ৰ ৩৫ বছৰ বয়সত। জীৱনৰ পৰা কি বিচাৰিছিল তেওঁ? আৰ্থাৰ মিলাৰৰ নিচিনা স্বামী, জন কেনেডীৰ নিচিনা প্ৰেমিক, কোটি কোটি মুগ্ধ হৃদয়ৰ বন্দনা, সীমাহীন খ্যাতি আৰু ঐশ্বৰ্য—এই সকলোবোৰ পায়ো কি নোপোৱাৰ বেদনাই তেওঁক আত্মহত্যাৰ পথলৈ ঠেলি দিলে?

এই প্ৰশ্নৰ উত্তৰ আমি কোনোদিনেই নাপাম, কাৰণ প্ৰশ্নটোৰ একো উত্তৰ নিদিয়াকৈয়ে মেৰিলিন মন্‌ৰো চিৰকাললৈ নীৰৱ হৈ গ'ল। কিন্তু তেওঁ জীৱনত শেষবাৰৰ কাৰণে এজন ফৰাচী সাংবাদিকক দিয়া এটা সাক্ষাৎকাৰত তেওঁৰ সুখ-দুখ আৰু আনন্দ-বিষাদৰ ধাৰণাৰ কিছু আভাস আমি পাব পাৰোঁ।

দৰিদ্ৰ মাতৃৰ জাৰজ সন্তান মেৰিলিন মন্‌ৰো আনুষ্ঠানিক শিক্ষালাভৰ সুযোগৰ পৰা সম্পূৰ্ণভাৱে বঞ্চিত হৈছিল। কিন্তু তেওঁ যে নিজৰ চেষ্টাৰে যথেষ্ট শিক্ষিত হৈ উঠিছিল তাৰ কিছু প্ৰমাণ তেওঁৰ নিজৰ স্বীকাৰোক্তিৰ পৰাই পোৱা যায়। উদাহৰণ স্বৰূপে তেওঁ ওপৰত উল্লেখ কৰা সাক্ষাৎ প্ৰসঙ্গত কৈছিল যে জাৰ্মান কবি ৰাইনাৰ মাৰিয়া ৰিল্‌কেৰ 'এজন ডেকা কবিলৈ চিঠি' নামৰ কিতাপখনে তেওঁক জীৱনত বহুত

সহায় কৰিছিল। ৰিল্‌কেৰ কবিতাৰ ৰসাস্বাদন কৰিব পৰা মহিলাগৰাকীৰ যে এটা নিজস্ব মন আছিল সেই কথা বুজিবলৈ আমাৰ বাকী নাথাকে।

মেৰিলিনৰ দুটা প্ৰধান উচ্চাকাংক্ষা আছিল ঃ এজন প্ৰকৃত শিল্পী হোৱা, আৰু মানুহ হিচাপে সুখী হোৱা। 'কিন্তু প্ৰকৃত সুখী মানুহনো কোন?' প্ৰশ্নটোৰ উত্তৰ দি তেওঁ নিজেই কৈছে যে প্ৰকৃত অৰ্থত শিল্পী হোৱা আৰু সুখী হোৱা—এই দুয়োটাই খুব কঠিন কাম। দুয়োটা কামেই কঠোৰ পৰিশ্ৰম দাবী কৰে। মেৰিলিনে নিজে কোৱা মতে, তেওঁ আটাইতকৈ বেছি সুখী হয় তেতিয়া—যেতিয়া তেওঁ নিজৰ কামৰ মাজত কিবা এক ধৰণৰ সন্তুষ্টি লাভ কৰে। কিন্তু তেনে ঘটনা কাচিৎহে ঘটে। 'মই সাধাৰণভাৱে কেতিয়াও সুখী নহওঁ; বৰং সঁচা কথা ক'বলৈ গ'লে বেছিভাগ সময়তে মোৰ জীৱনটো অতিশয় যন্ত্ৰণাময়।'

তেনেহ'লে মেৰিলিন মন্‌ৰোক আত্মহত্যাৰ পথলৈ ঠেলি দিছিল জীয়াই থকাৰ যন্ত্ৰণাই? কি আছিল সেই যন্ত্ৰণাৰ উৎস বা কাৰণ?

মেৰিলিনৰ আৰু এটা স্বীকাৰোক্তি ঃ 'আমাৰ জীৱনত মাত্ৰ দুটা ঘটনা ঘটিব পাৰে। এটা হ'ল কিবা এটা লক্ষ্যত উপনীত হ'বৰ কাৰণে কৰিব লগা কাম (work); আনটো হ'ল প্ৰেম (love)। কিন্তু মই ভাবোঁ যে এটাৰ অবিহনে আনটো কেতিয়াও ভাল হ'ব নোৱাৰে। মানুহৰ জীৱনত দুয়োটাৰে সমান প্ৰয়োজন। মই যেতিয়া কাৰখানাত কাম কৰিছিলো, তেতিয়া মই নিজৰ ভাগৰ কামখিনি নিখুঁতভাৱে কৰি খুব গৰ্ব অনুভৱ কৰিছিলো। কিন্তু মোৰ জীৱনত তেতিয়া প্ৰেম নাছিল। সেই কাৰণে মই প্ৰেমৰ স্বপ্ন দেখিছিলো। কিন্তু মোৰ স্বপ্নৰ প্ৰেমো আছিল সম্পূৰ্ণভাৱে নিখুঁত।

মেৰিলিনে মানুহক ভাল পাইছিল; কিন্তু মানুহৰ সঙ্গক ভাল পাইছিল নে নাই সেই বিষয়ে তেওঁৰ নিজৰ মনতেই কিছু সন্দেহ আছিল। কিন্তু তেওঁৰ এটা অকপট স্বীকাৰোক্তিৰ লগত বহুত মানুহেই নিশ্চয় একাত্মতা অনুভৱ কৰিব। অন্ততঃ মই নিজে কৰোঁ। মেৰিলিনে কৈছে—'মই অতি সহজেই অকলশৰীয়া হ'ব পাৰোঁ। অকলশৰীয়া হ'বলৈ মোৰ অকণো ভয় নালাগে। বৰং ই এক ধৰণৰ বিশ্ৰাম—যি জীৱনটোক পুনৰ সঞ্জীৱিত কৰি তোলে। মই ভাবোঁ যে প্ৰত্যেক মানুহৰ স্বভাৱৰ দুটা দিশ থাকে। অন্ততঃ মোৰ আছে। মানুহে অকলশৰীয়া হ'বলৈ বিচাৰে, আৰু মানুহে আনৰ সঙ্গ বিচাৰে। মোৰ স্বভাৱৰ আৰু দুটা বেলেগ দিশ আছে। মোৰ এটা দিশ প্ৰাণচঞ্চল আৰু আনন্দময়; আনটো দিশ বিষণ্ণ আৰু বিষাদ-কাতৰ। সেইটোৱেই হ'ল আচল সমস্যা।'

মেৰিলিনৰ স্বীকাৰোক্তিৰ পৰা তেওঁৰ বিষয়ে ইমানখিনি কথা জনাৰ পিছতো এটা প্ৰশ্নৰ একো উত্তৰ নাপালো ঃ সকলো পায়ো কি নোপোৱাৰ বেদনাই বেছিভাগ সময়তে তেওঁৰ জীৱনটো যন্ত্ৰণাৰে ভৰাই ৰাখিছিল?

# টেলিফোন

এদিন ৰাতি টেলিফোনৰ কৰ্কশ শব্দ শুনি মই টোপনিৰ পৰা খক্‌মক্‌কৈ সাৰ পাই গ'লো। লাইটটো জ্বলাই বেৰৰ ঘড়ীটোলৈ চাই দেখিলো—তিনিটা বাজিবলৈ আৰু মাত্ৰ কেইমিনিটমান বাকী আছে। মাজৰাতি কোনে কি গৰজত টেলিফোন কৰিব পাৰে বুলি ভাবি মই অলপ আচৰিত হ'লো। ভয়ৰ এটা মৃদু শিহৰণো অনুভৱ কৰিলো—কাৰণ মাজৰাতিৰ টেলিগ্ৰাম আৰু টেলিফোনে বেয়া খবৰ কঢ়িয়াই অনাৰ সম্ভাৱনাই বেছি। মই টেলিফোনত হেল্লো বুলি কোৱাৰ লগে লগে যিফালৰ পৰা এটা অচিনাকি মাত ভাহি আহিল—'মই অমুকে কৈছোঁ।'

অমুকক মই চিনি পাওঁ। কিন্তু তেওঁৰ মাতটো খুব বেছি চিনাকি নহয়, কাৰণ গোটেই জীৱনত তেওঁৰ লগত কথা-বাৰ্তা হোৱাৰ সুযোগ খুব কমেইহে হৈছে। মোৰ লগত খুব বেছি ঘনিষ্ঠতা নথকা এজন মানুহে মাজৰাতি মোক টোপনিৰ পৰা জগাই কি কথা ক'ব খুজিছে? মোৰ বিস্ময় আৰু কৌতূহল আগতকৈ দুগুণে বৃদ্ধি পালে।

মই কিবা এটা ক'বলৈ পোৱাৰ আগতেই মানুহজনে ক'লে—'এইমাত্ৰ আপোনাৰ এখন কিতাপ পঢ়ি শেষ কৰিলো। কিতাপখন পঢ়ি ইমান ভাল লাগিল যে আপোনালৈ টেলিফোন কৰাৰ ইচ্ছাটো কোনোমতেই দমন কৰিব নোৱাৰিলো।'

মানুহজনৰ কথা শুনি মই খঙত মূৰটো জ্বলি যোৱা যেন অনুভৱ কৰিলো। এই কথাটো ক'বৰ কাৰণেই তেওঁ মাজৰাতি টেলিফোন কৰি মোক টোপনিৰ পৰা জগাইছে? মোৰ খং উঠাৰ বিশেষ কাৰণ আছিল। মোৰ জীৱনত গভীৰ টোপনিৰ প্ৰয়োজন খুব বেছি। ৰাতি সাত ঘণ্টা ভালকৈ শুব পাৰিলেহে পিছদিনা সাত-আঠঘণ্টা লেখা-পঢ়া কৰিবলৈ মই শাৰীৰিক শক্তি আৰু মানসিক সজীৱতা অনুভৱ কৰোঁ। সদায় দহ বজাত বিছনাত পৰা আৰু পাঁচ বজাত বিছনাৰ পৰা উঠাটো মোৰ বহুদিনীয়া পুৰণি অভ্যাস। দহ বজাৰ পৰিৱৰ্তে মই যদি এঘাৰ বজাত বিছনালৈ যাওঁ তেন্তে ৰাতি মোৰ ভালকৈ টোপনি নাহে। সেই কাৰণে মই ৰাতি এনে কোনো নিমন্ত্ৰণ গ্ৰহণ নকৰোঁ যিটো নিমন্ত্ৰণ ৰক্ষা কৰিব লগা হ'লে ছাৰে ন বজাত ৰাতিৰ আহাৰ খাই দহ বজাত বিছনালৈ যোৱাটো মোৰ পক্ষে সম্ভৱ নহ'ব পাৰে। ঠিক সেইদৰে কিবা কাৰণত যদি ৰাতি মোৰ টোপনি ভাগি যায় তেন্তে ৰাতিটোৰ বাকী সময়ছোৱা মোৰ ভালকৈ টোপনি নাহে—যাৰ ফলত পিছদিনা মোৰ মগজে ভালকৈ কাম কৰিব নোখোজে।

তথাপি মই মোৰ সেই আধা চিনাকি বন্ধুজনক ক্ষমা কৰি দিলোহেঁতেন—যদিহে মাজৰাতি টোপনিৰ পৰা জগাই মোক নক'নেই নহয় এনে কিবা এটা সাংঘাতিক জৰুৰী কথা তেওঁ মোক কৈ শুনালেহেঁতেন। মনৰ বিৰক্তি গোপন কৰিবলৈ কোনো চেষ্টা নকৰি মই তেওঁক ক'লো—'আপুনি অনুগ্ৰহ কৰি ঘড়ীটো চাওকচোন।'

অকণো অপ্ৰস্তুত নহৈ তেওঁ ক'লে—'এতিয়া ৰাতি তিনিটা বাজিছে। সেই বিষয়ে সম্পূৰ্ণ খেয়াল মোৰ আছে। কিন্তু ৰাতি তিনিটা বজাতো মোৰ চকুলৈ টোপনিয়েই নাহে। কেতিয়াবা গোটেই ৰাতি টোপনি নাহে। মই কি কৰিম? কিতাপ পঢ়ি সময়খিনি পাৰ কৰিবলৈ চেষ্টা কৰোঁ। কিতাপ পঢ়ি আমনি লাগিলে বন্ধু-বান্ধৱলৈ টেলিফোন কৰোঁ... ...'

মানুহজনৰ লগত এক-দুই মিনিটমান সময় কথা পাতি মই আকৌ বিছনালৈ ঘূৰি গ'লো। নিশ্চয় নক'লেও হ'ব যে ইয়াৰ পিছত মোৰ চকুলৈ টোপনি নাহিল। টোপনি এবাৰ ভাগি গ'লে এনেয়েও মোৰ চকুলৈ পুনৰ টোপনি আহিব নোখোজে; তাতে আকৌ মানুহজনৰ কথাই মোৰ মনত অলপ হেন্দোলনি তুলি থৈ গ'ল। এজন মানুহে কি ধৰণৰ ভয়ংকৰ নিঃসঙ্গতা অনুভৱ কৰিলে ৰাতি তিনি বজাত টেলিফোন কৰি আনক টোপনিৰ পৰা জগাই কথা পাতিবলৈ চেষ্টা কৰিব পাৰে সেই কথাটো নিজৰ হৃদয় দি অনুভৱ কৰিবলৈ মই চেষ্টা কৰিলো। মাত্ৰ অলপ সময়ৰ আগতে টেলিফোনৰ যিটো শব্দ মোৰ কাণত অতি কৰ্কশ হৈ বাজিছিল সেই একেটা শব্দকেই মই এতিয়া নিঃসঙ্গতাৰ বুকু ভেদ কৰি অহা আৰ্তনাদ বুলি অনুভৱ কৰিলো।

এনে অনেক নিঃসঙ্গতাৰ বাণী বা আৰ্তনাদ টেলিফোনে মোলৈ কঢ়িয়াই আনে। আপোনালোকৰো নিশ্চয় এনে অভিজ্ঞতা নোহোৱাকৈ থকা নাই। বিশেষকৈ যিসকল পুৰুষ-মহিলা বৃদ্ধ বয়সত অকলশৰীয়া আৰু নিষ্কৰ্মা হৈ পৰে, কথা পাতি বিষণ্ণ সময়বোৰ পাৰ কৰিবলৈ যিসকলে নিজৰ ঘৰত কাকো লগ বিচাৰি নাপায় তেওঁলোকৰ বহুতেই একমাত্ৰ টেলিফোনটোকে আশ্ৰয় কৰে। টেলিফোন ডায়েল কৰি কৰি তেওঁলোকে কথা পাতিবলৈ লগ বিচাৰি ফুৰে, আৰু যাকে পায় তেওঁৰ লগতে কমেও পোন্ধৰ মিনিট সময় কথা পাতে। এনে ধৰণৰ নিঃসঙ্গ আৰু বিষণ্ণ লোকসকলৰ প্ৰতি সহানুভূতি অনুভৱ নকৰাকৈ থকাটো অসম্ভৱ; কিন্তু সমানেই অসম্ভৱ তেওঁলোকৰ লগত আগগুৰি নোহোৱা কথা পাতি নিজৰ কামৰ অমূল্য সময়খিনি নষ্ট কৰাটো। এজন পণ্ডিতে কৈছে যে টেলিভিশ্যন হ'ল আধুনিক মানুহৰ নিঃসঙ্গতাৰ আটাইতকৈ ডাঙৰ প্ৰতীক। টেলিভিশ্যনৰ লগত একে শাৰীতে ঠাই দিব পাৰি টেলিফোনকো। নিঃসঙ্গ মানুহৰ অন্যতম আশ্ৰয় হৈ পৰা এই ক্ষুদ্ৰ সঁজুলিটোৱে নিঃসঙ্গতা যিমান দূৰ কৰে, তাতকৈ সি গাঢ়তৰ কৰি তোলে নিঃসঙ্গতা।

আধুনিক জীৱনৰ কাৰণে টেলিফোন এনেভাৱে অপৰিহাৰ্য হৈ উঠিছে যে মাত্ৰ

দুঘণ্টামান সময় টেলিফোনটো 'মৰি' থাকিলেও মানুহে ভীষণ অসহায় অনুভৱ কৰে। জীৱন্ত টেলিফোনৰ অবিৰাম ক্ৰীং ক্ৰীং শব্দ শুনি অতিষ্ঠ হৈ পৰা মানুহেও টেলিফোনৰ মাত্ৰ কেইঘণ্টামানৰ মৃতাৱস্থাও সহ্য কৰিব নোৱাৰে। টেলিফোনটো একেলেথাৰিয়ে কেবাদিনো মৰি থাকিলেতো কথাই নাই; তাৰ চিৰ-পৰিচিত ক্ৰীং ক্ৰীং মাতটো আকৌ শুনিবলৈ তেওঁ মনৰ মাজত যি ব্যাকুলতা অনুভৱ কৰে সিমানখিনি ব্যাকুলতা কিজানি তেওঁ নিজৰ প্ৰিয়জনৰ মাত শুনিবলৈকো অনুভৱ নকৰে।

আধুনিক কৰ্মব্যস্ত মানুহে টেলিফোনক বাদ দি এটা দিনো চলিব নোৱাৰে; কিন্তু লগতে এই কথাও সমানেই সত্য যে টেলিফোনৰ সমান কামৰ বিঘ্নকাৰক দ্বিতীয় এটা বস্তু নাই। বিশেষকৈ সাহিত্য, সঙ্গীত, চিত্ৰকলা, অধ্যয়ন-অধ্যাপনা আদি বৃত্তিৰ যিবোৰ মানুহক নিজৰ কাম নিষ্ঠাৰে কৰিবলৈ অখণ্ড শান্তি আৰু নীৰৱতাৰ প্ৰয়োজন, তেনেবোৰ মানুহৰ কাৰণে টেলিফোন এটা মূৰ্তিমান অভিশাপ হৈ দেখা দিব পাৰে। উদাহৰণ হিচাপে মই নিজৰ কথাকে কওঁ। মই এজন লেখক। লেখাই মোৰ জীৱন, জীৱিকা, সৰ্বস্ব। খেতিয়কে যেনেকৈ পুৱা বেলি উঠাৰ মুহূৰ্তৰ পৰা দুপৰীয়ালৈকে পথাৰত হাল বায়, ঠিক তেনেকৈ ময়ো নিতৌ আগবেলা কেবাঘণ্টাৰ কাৰণে লেখাৰ টেবুলত বহিব লগা হয়। সেই সময়খিনি যদি মই শান্তিৰে লিখিবলৈ নাপাওঁ, তেন্তে মই জীয়াই থাকিম কেনেকৈ? মোৰ লেখাবোৰ ভাল কৰিবলৈ মই চেষ্টা কৰিম কেনেকৈ? আঁদ্ৰে মৰোৱাই তেওঁৰ এখন বিখ্যাত ৰচনাত লিখিছে যে—'মানুহে কেৱল কাম কৰিবলৈ বহিলেই যথেষ্ট নহ'ব; কামটো নিখুঁতভাৱে কৰিবলৈ তেওঁ পৰিপূৰ্ণ শান্তি আৰু নীৰৱতাৰ মাজত কামটোৰ প্ৰতি অখণ্ড মনোযোগ দিব পাৰিব লাগিব। এজন লেখক বা সুৰকাৰৰ ক্ষেত্ৰত এই কথা যিমান সত্য, এজন মটৰ-মেকানিকৰ ক্ষেত্ৰতো সি ঠিক সিমানেই সত্য।'

টেলিফোনৰ উৎপাতত মই কোনোদিনেই শান্তিত লিখিব নোৱাৰোঁ। ঠিক যি সময়ত মই এটা বাক্যৰ ধ্যানত মগ্ন হ'বলৈ আৰম্ভ কৰিছোঁ ঠিক সেই মুহূৰ্ততে মোক সচকিত কৰি গৰ্জন কৰি উঠিল টেলিফোনটো। এবাৰ-দুবাৰ সেই উৎপাত সহ্য কৰিব পাৰি; কিন্তু লিখিবলৈ বহা গোটেই সময়খিনিতে যদি তিনি মিনিটৰ মূৰে মূৰে টেলিফোনে এনেকৈ মোৰ মনোযোগ বিঘ্নিত কৰি থাকে, তেন্তে মোৰ পক্ষে লেখা সম্ভৱ হ'ব কেনেকৈ?

সেই কাৰণে মই যোৱা বহুদিন ধৰি অন্ততঃ আগবেলাটোত টেলিফোনৰ মাত ওলাব নোৱৰা ব্যৱস্থা কৰি লৈছোঁ। তাৰ কাৰণে বহুত মানুহে মোক বেয়া পায়; বহুতে ভদ্ৰ ভাষাৰে ককৰ্থনাও কৰে। কিন্তু মই নিৰ্বিকাৰ হৈ থাকিব পৰা শক্তি অৰ্জন কৰিছোঁ। জীৱনৰ অভিজ্ঞতাই মোক এই শিক্ষা দিছে যে মানুহে জীৱনত সকলো বস্তু পাবলৈ আশা কৰিব নোৱাৰে। কিবা এটা পাবলৈ হ'লে আন কিবা এটা এৰিব লগা

হয়। যিজন ছাত্ৰই খেল-ধেমালিত চেম্পিয়ন তথা স্কুল-কলেজৰ সৰ্বশ্ৰেষ্ঠ প্ৰতিযোগী হ'বলৈ ইচ্ছা কৰিছে তেওঁ পৰীক্ষাত প্ৰথম-দ্বিতীয় হোৱাৰ আশা এৰিব লাগিব। ঠিক সেইদৰে নিজৰ কামটো যথাসম্ভৱ নিখুঁতভাৱে কৰি কেৱল তাৰ পৰাই জীয়াই থকাৰ আনন্দ পাব খোজা মানুহজনে জনপ্ৰিয়তাৰ মোহ ত্যাগ কৰিবই লাগিব। আঁদ্ৰে মৰোৱাই তেওঁৰ (ওপৰত উল্লেখ কৰি অহা) বিখ্যাত ৰচনাখনত লিখিছে—'আনৰ সময় নষ্ট কৰিব খোজা মানুহৰ অভাৱ নাই। কাম কৰিব খোজা মানুহে তেনে মানুহৰ সঙ্গ সযতনে পৰিহাৰ কৰিব পাৰিব লাগিব। অবাবত আনৰ সময় নষ্ট কৰিব খোজা মানুহবোৰ অতি নিৰ্দয়। তুমি যদি জোৰকৈ তেওঁক বাধা নিদিয়া তেন্তে তেওঁ তোমাৰ সময় নষ্ট কৰিহে এৰিব। আনৰ সুবিধা-অসুবিধা বা অনুভূতিৰ প্ৰতি তেওঁ সমূলি ভ্ৰূক্ষেপ নকৰে। যুদ্ধ ঘোষণা হোৱাৰ দিনাই তেওঁ সেনাপতিজনৰ ওচৰলৈ গৈ তেওঁক উপদেশ দিবলৈ আৰম্ভ কৰিব। নিজে যাবলৈ সুবিধা নাপালে টেলিফোন কৰি হ'লেও তেওঁ সেনাপতিজনক অতিষ্ঠ কৰিহে এৰিব। এনে মানুহৰ প্ৰতি নৰম আৰু সহিষ্ণু হৈ একো লাভ নাই; তেওঁৰ প্ৰতি তুমি কঠোৰ হ'বই লাগিব। তোমাৰ কামৰ সময় নষ্ট কৰা মানুহৰ লগত বন্ধুত্ব কৰা আৰু আত্মহত্যা কৰা একেই কথা।'

যিজন মানুহে টেলিফোন আৱিষ্কাৰ কৰিছিল সেই আ'লেকজেণ্ডাৰ গ্ৰাহাম বেলে টেলিফোনক বেছিভাগ সময়তে শত্ৰু-জ্ঞান কৰিছিল। মই নিজে কাম কৰিবৰ সময়ত যিটো বুদ্ধিৰে টেলিফোনৰ মাত ওলাব নোৱৰা কৰি ৰাখোঁ সেই বুদ্ধিটো তেওঁৰ দিনত বোধহয় উদ্ভাৱিত হোৱা নাছিল। সেই কাৰণে গ্ৰাহাম বেলে কাম কৰিবৰ সময়ত টেলিফোনৰ মাত নোলোৱা কৰিবলৈ কাগজৰ সোপা ব্যৱহাৰ কৰিছিল।

এদিন কিবা এটা সামাজিক অনুষ্ঠানত কোনোবাই গ্ৰাহাম বেলৰ লগত এগৰাকী ভদ্ৰ মহিলাক চিনাকি কৰি দিলে। পৰিচয়-পৰ্ব শেষ হোৱাৰ পিছত মহিলাগৰাকীয়ে গ্ৰাহাম বেলক ক'লে—'আপোনাৰ দৰে বিখ্যাত মানুহ এজনৰ লগত চিনাকি হ'বলৈ পাই মই খুব গৌৰৱ অনুভৱ কৰিছোঁ।... ... কিন্তু সঁচা কথা ক'বলৈ গ'লে মাজে মাজে মোৰ মনত এনে ভাব হয়—আপোনাৰ জন্ম নোহোৱা হ'লেই যেন বেছি ভাল হ'লহেঁতেন!'

মহিলাগৰাকীৰ কথা শুনি গ্ৰাহাম বেল কেৱল আচৰিত হোৱাই নহয়; মনে মনে তেওঁ খুব ক্ষুণ্ণও হ'ল। গ্ৰাহাম বেলৰ মুখৰ ভাবান্তৰ দেখি মহিলাগৰাকীওে নিজৰ ভুলটো বুজিব পাৰি ক্ষমা খুজিবলৈ মুখ মেলিলে। কিন্তু তেওঁ কিবা এটা ক'বলৈ পোৱাৰ আগতেই গ্ৰাহাম বেলেও মহিলাগৰাকীৰ কথাৰ আচল তাৎপৰ্যটো বুজি পালে। চকু দুটাৰে হাঁহি হাঁহি তেওঁ ক'লে—'আপুনি কি ক'ব খুজিছে সেই কথা মই বুজি পাইছোঁ। এই কথা জানিব যে আপোনাৰ প্ৰতি মোৰ সম্পূৰ্ণ সহানুভূতি আছে। আচল কথা কি জানে? মই নিজে সেই জানোৱাৰটোক কেতিয়াও ব্যৱহাৰ নকৰোঁ।'

# ম'বাইল ফোন

দুবছৰমানৰ আগতে টাইম মেগাজিনে এখন চিনেমাৰ সমালোচনা-প্ৰসঙ্গত এটা চাঞ্চল্যকৰ তথ্য প্ৰকাশ কৰিছিল। তথ্যটো আছিল এই যে আমেৰিকা যুক্তৰাষ্ট্ৰত পথ-দুৰ্ঘটনাৰ এটা প্ৰধান কাৰণ হ'ল ম'বাইল ফোন। ব্যস্ত ৰাজপথত মটৰ গাড়ীৰ চালকসকলে গাড়ী চলাই থাকোঁতে ম'বাইল ফোনত কথা পাতিবলৈ আৰম্ভ কৰিলে তেওঁৰ পক্ষে সমুখৰ ৰাস্তাৰ প্ৰতি অখণ্ড মনোযোগ দিয়াটো কেতিয়াও সম্ভৱ নহয়। এই অমনোযোগিতাৰ অনিবাৰ্য পৰিণাম হ'ল পথ-দুৰ্ঘটনা।

অলপতে দিল্লীৰ ট্ৰেফিক পুলিচে এনে এটা সিদ্ধান্ত লৈছে যে গাড়ী চলাই থাকোঁতে ম'বাইল ফোনত কথা পতা কাৰ্যটোক এটা অপৰাধ বুলি গণ্য কৰা হ'ব আৰু তেনে অপৰাধৰ বিৰুদ্ধে কঠোৰ শাস্তিমূলক ব্যৱস্থা লোৱা হ'ব। বেছিভাগ মানুহেই পুলিচৰ এই সিদ্ধান্তক আদৰণি জনাইছে। দুই-এজনে অৱশ্যে ভিন্ন মত পোষণ নকৰাও নহয়। তেওঁলোকৰ মতে, যি পুলিচে মটৰ গাড়ীৰ খিৰিকিত ৰং লগাই গাড়ীৰ ভিতৰখন অদৃশ্য কৰা বিধৰ বেআইনী কাৰ্যক বাধা দিব পৰা নাই তেনে পুলিচে ম'বাইল ফোনৰ অপ-ব্যৱহাৰ বন্ধ কৰিব পৰাৰ আশা নাই। খিৰিকিত ৰং লগাই গাড়ীৰ ভিতৰখন অদৃশ্য কৰি লৈ তাত গাড়ীৰ চালকে ম'বাইল ফোনত কথা পাতি থাকিবলৈ পুলিচে দেখিব কেনেকৈ?

এই সমস্যাৰ সমাধানৰ দায়িত্ব দিল্লী পুলিচৰ। কিন্তু তেওঁলোকে যে ম'বাইল ফোনৰ অপ-ব্যৱহাৰৰ বিৰুদ্ধে এটা সময়োচিত ব্যৱস্থা লৈছে সেই বিষয়ে কোনো সন্দেহ নাই। গুৱাহাটীত ম'বাইল ফোনে এতিয়ালৈকে পথ-দুৰ্ঘটনা সৃষ্টি কৰিছেনে নাই সেই বিষয়ে আমাৰ হাতত কোনো তথ্য নাই। কিন্তু যদি এই কথা ধৰিও লোৱা হয় যে ম'বাইল ফোনক জগৰীয়া কৰিব পৰা বিধৰ কোনো পথ-দুৰ্ঘটনা এতিয়ালৈকে গুৱাহাটীত হোৱা নাই, তথাপি 'নিৰাময়তকৈ প্ৰতিষেধ বেছি ভাল' এই আপ্তবাক্য সাৰোগত কৰি গুৱাহাটীৰ ট্ৰেফিক পুলিচেও ম'বাইল ফোনৰ অপ ব্যৱহাৰৰ বিষয়ে এতিয়াৰ পৰাই কিছু আগতীয়া চিন্তা-চৰ্চা কৰাটো ভাল হ'ব।

ওপৰত টাইম মেগাজিনৰ যিটো চিনেমা-সমালোচনাৰ কথা কোৱা হৈছে সেই সমালোচনাটোৰ লগত এখন ছবি প্ৰকাশ কৰা হৈছিল। ছবিখনত দেখা গৈছে যে এগৰাকী মহিলাই নিজৰ গাড়ী চলাই কাৰ্যস্থললৈ গৈ আছে; স্কুলত নমাই থৈ যাবৰ

কাৰণে ল'ৰা-ছোৱালীকেইটাকো তেওঁ গাড়ীত ভৰাই লৈছে। গাড়ীখন ষ্টাৰ্ট কৰিয়েই তেওঁ আৰম্ভ কৰিছে ম'বাইল ফোনত কথা পাতিবলৈ। তেওঁৰ সমস্ত মনোযোগ ফোনটোৰ ওপৰত এনেভাৱে নিবদ্ধ যে যিকোনো মুহূৰ্ততে গাড়ীখন দুৰ্ঘটনাত পতিত হ'ব পৰাৰ আশংকাই দৰ্শককো আতংকিত কৰি ৰাখে। চিনেমাখনৰ সমালোচনাটো পঢ়ি বুজা গ'ল যে অৱশেষত ঠিক সেইটোৱেই হ'লগৈ। নিজৰ মূৰ্খামিৰ প্ৰায়শ্চিত্ত কৰিব লগা হ'ল মহিলাগৰাকীয়ে।

আওমৰণে মৰিব খোজা মানুহবোৰক মৰণৰ পৰা ৰক্ষা কৰাৰ কোনো উপায় নাই। তথাপি এটা প্ৰশ্ন নকৰাকৈ থকাটো অসম্ভৱ ঃ মানুহৰ নো ইমান কথা থাকেনে গাড়ী চলাই থাকোঁতেও ম'বাইল ফোনত কথা নাপাতিলেই নহয়? কিছুমান মানুহৰ হয়তো ম'বাইল ফোনত কথা পতাৰ দৰকাৰ থাকিব পাৰে। উদাহৰণ স্বৰূপে পুলিচ, মিলিটাৰী, ডাক্তৰ আৰু সাংবাদিকৰ কথা ক'ব পাৰি। অৱশ্যে তেওঁলোকৰ বেছিভাগেই গাড়ী চলাই চলাই ম'বাইল ফোনত কথা পাতিব লগা নহয়; তেওঁলোকৰ গাড়ী চলায় নিশ্চয় ড্ৰাইভাৰে। কিন্তু ওপৰত উল্লেখ কৰা মহিলাগৰাকীৰ নিচিনা যিসকল মানুহে নিজৰ আৰু পথচাৰীৰ জীৱন বিপন্ন কৰিও চলন্ত গাড়ীত ম'বাইল ফোনত কথা পতাৰ লোভ সম্বৰণ কৰিব নোৱাৰে তেওঁলোক আচলতে ফেশ্যনৰ চিকাৰ। ক'বলৈ কথা আছে কাৰণেহে তেওঁলোকে ম'বাইল ফোনটো ব্যৱহাৰ নকৰে; ম'বাইল ফোনটো আছে কাৰণেহে সেইটোক মানুহৰ আগত এটা ষ্টেটাছ ছিম্বল তথা মৰ্যাদাৰ প্ৰতীক হিচাপে প্ৰদৰ্শন কৰি তেওঁলোকে বিনা প্ৰয়োজনতো কথা পাতে। আমি যিসকল লোকক প্ৰাপ্ত-বয়স্ক মানুহ বুলি ভাবোঁ তেওঁলোকৰ বেছিভাগেই কিন্তু মানসিকভাৱে শিশু তথা অপৰিণত। শিশুৱে যি কাৰণত নিত্য-নতুন পুতলা বিচাৰে, ঠিক সেই একে কাৰণতে তথাকথিত প্ৰাপ্ত-বয়স্ক মানুহেও বিচাৰে আধুনিক প্ৰযুক্তি-বিদ্যাই সৃষ্টি কৰা নিত্য-নৱ সঁজুলিবোৰ। ধনৰ দম্ভ দেখুৱাই এটাৰ পিছত এটাকৈ বিলাস-সামগ্ৰী সংগ্ৰহ কৰি তেওঁলোকে প্ৰকাশ কৰে মাত্ৰ নিজৰ মানসিক দৈন্য।

মানুহৰ জীৱনৰ এটা পৰম সম্পদ হ'ল নীৰৱতা। জন কাউপাৰ পউয়িছৰ ভাষাত Only second to courtesy, culture will cultivate, as the first requisite of growth and the final refuge of thought, a jealous solitude। পউয়িছৰ চিন্তাৰ লগত পৰিচিত নোহোৱাকৈয়ে অসমীয়া পণ্ডিত তৰণীকান্ত শৰ্মাই এই শতিকাৰ তৃতীয় দশকতে 'আৱাহন'ত লিখিছিল 'কথা নোকোৱাৰ তত্ত্ব-কথা'। মানুহে কথা ক'বই লাগিব; কিন্তু ব্যৱহাৰ-জীৰ্ণ মনটোক নতুনকৈ সজীৱ আৰু শুচি-স্নিগ্ধ কৰিবৰ কাৰণে কথাৰ মাজে মাজে অৱকাশ ৰাখিব লাগিব ধ্যানময় নীৰৱতাৰ কাৰণেও। আধুনিক মানুহে পৃথিৱীৰ পৰা নিজৰ জীৱনৰ পৰা নীৰৱতাক নিৰ্বাসন দিছে। তাৰেই এটা

প্ৰতীক হ'ল ম'বাইল ফোন। সামান্য আত্ম-বিশ্লেষণ কৰিলেই যিকোনো মানুহে এই কথা বুজি পাব যে একমাত্ৰ জীৱনক ভয় কৰা মানুহেহে, নিজৰ লগত অকলে থাকিবলৈ ভয় কৰা মানুহেহে, অবিৰাম কথা পাতি পাতি বা কথা শুনি শুনি নিজকে পাহৰি থাকিব খোজে। অৰ্থাৎ কথা বা শব্দও এটা নিচা তথা আত্ম-বিস্মৰণৰ উপায় মাত্ৰ। পৃথিৱীৰ কেবাখনো দেশত চলোৱা এটা সমীক্ষাই নিশ্চিতভাৱে প্ৰমাণ কৰিছে যে আধুনিক মানুহৰ জীৱন দ্ৰুতগতিৰে নিৰানন্দ হৈ আহিছে আৰু মানুহে আগতকৈ কম হঁহা হৈছে। ইয়াৰ এটা প্ৰধান নিশ্চিতভাৱে প্ৰমাণ কৰিছে যে আধুনিক মানুহৰ জীৱন দ্ৰুতগতিৰে নিৰানন্দ হৈ আহিছে আৰু মানুহে আগতকৈ কম হঁহা হৈছে। ইয়াৰ এটা প্ৰধান কাৰণ হ'ল মানুহৰ অন্তৰৰ সম্পদতকৈ বাহিৰৰ সম্পদৰ ওপৰত আধুনিক মানুহৰ অধিক নিৰ্ভৰশীলতা।

# লেখাৰ সহজ উপায়

কেইদিনমানৰ আগতে এজন লেখকক 'আমাৰ অসম'ৰ কাৰণে এটা বিশেষ লেখা দিবলৈ অনুৰোধ কৰিছিলো। লেখাৰ বিষয়টোও ময়েই ঠিক কৰি দিছিলো। কিন্তু নিৰ্দিষ্ট সময়ত তেওঁৰ পৰা লেখাটো নাপাই মই তেওঁক তাগাদা দিবলৈ আৰম্ভ কৰিলো। তেতিয়া মোক ক'লে যে তেওঁ প্ৰবন্ধৰ খচৰাটো ইতিমধ্যেই লিখি শেষ কৰিছে; কিন্তু ফেয়াৰ কপি কৰিবলৈ কিছু সময়ৰ দৰকাৰ হৈছে। তেওঁৰ কথা শুনি মই অলপ আচৰিত হ'লো। এজন লেখকে যদি তেওঁৰ প্ৰত্যেকটো লেখাকে দুবাৰ লিখিব লগা হয়, তেন্তে তেওঁ জীৱনত কিমান লেখা লিখিবলৈ সময় পাব? মই আচৰিত হোৱাৰ আৰু এটা বিশেষ কাৰণ হ'ল এই যে মই নিজে মোৰ কোনো লেখাকে দুবাৰ লিখি পোৱা নাই। অৱশ্যে তাৰ অৰ্থ এইটো নহয় যে মই কলমৰ আগেদি যিহকে ওলায় তিহকে ওলাবলৈ এৰি দিওঁ, বা বাক্যবোৰ যথাসম্ভৱ মিহি আৰু পৰিপাটি কৰিবলৈ চেষ্টা নকৰোঁ। প্ৰত্যেক মানুহেই নিজৰ অভিজ্ঞতাৰ পৰা কাম কৰাৰ নিজস্ব কৌশল উদ্ভাৱন কৰি লয়। এই ক্ষেত্ৰত ভাল-বেয়াৰ প্ৰশ্ন নুঠে। মই মোৰ লেখাবোৰ দ্বিতীয়বাৰ লেখাৰ বা ফেয়াৰ কপি কৰাৰ প্ৰয়োজন নহয় কেৱল এই কাৰণেই যে লেখাৰ আগতে মই প্ৰত্যেকটো বাক্যকে মগজৰ ভিতৰত বহুবাৰ ভঙা-পতা কৰি থাকোঁ; অৰ্থাৎ মগজৰ ভিতৰতে প্ৰত্যেকটো বাক্য গঠন কৰি তাৰ আকৃতি-প্ৰকৃতি দেখি সন্তুষ্ট হোৱাৰ পিছতহে মই তাক কাগজত লিখোঁ। ইয়ো অৱশ্যে একপ্ৰকাৰৰ ফেয়াৰ কপিয়েই। আন বহুতৰ লগত মোৰ পাৰ্থক্য কেৱল এইটোৱেই যে মই বাক্যবোৰ প্ৰথমবাৰ এখন কাগজত লিখি লৈ সেইবোৰক অধিক মিহি আৰু পৰিপাটি কৰিবৰ কাৰণে দ্বিতীয় এখন কাগজত ফেয়াৰ কপি কৰাৰ পৰিৱৰ্তে প্ৰথম খচৰাটো মগজতে লিখি লৈ মগজৰ ভিতৰতে তাক ভঙা-পতা কৰি বাক্যবোৰ মোটামুটিভাৱে ভাল হোৱা বুলি অনুভৱ কৰাৰ পিছতহে সেইবোৰ কাগজত লিখোঁ। মোৰ নিজৰ বিশ্বাস যে এনেকৈ মগজৰ ভিতৰতে বাক্যবোৰ যথাসম্ভৱ নিখুঁত কৰি গঠন কৰি ল'লে সেইবোৰ দ্বিতীয়বাৰ লেখাতকৈ বা ফেয়াৰ কপি কৰাতকৈ সময় কম লাগে।

মই এই কথা কেতিয়াও নকওঁ যে ফেয়াৰ কপি কৰাটো এটা বেয়া অভ্যাস, বা মই যেনেকৈ লিখোঁ সেই নিয়মটোকে সকলো লেখকে অনুসৰণ কৰা উচিত। কিছুমান লেখা—বিশেষকৈ কবিতা, নাটক আৰু উপন্যাসৰ নিচিনা সৃজনধৰ্মী লেখা—উৰাই-

ঘূৰাই বহুতবাৰ লেখাৰ প্ৰয়োজন হ'ব পাৰে। আৰ্ণেষ্ট হেমিংৱেই বোলে তেওঁৰ ন'বেল পুৰস্কাৰ পোৱা The Old Man and The Sea নামৰ উপন্যাসখন দুশবাৰ নতুনকৈ লিখিছিল। টলষ্টয়ে তেওঁৰ 'যুদ্ধ আৰু শান্তি' নামৰ সুবৃহৎ মহাকাব্যিক উপন্যাসখন লিখি থকাৰ সময়ত দিনে সাত ঘণ্টাকৈ পৰিশ্ৰম কৰি কেতিয়াবা একোটা সপ্তাহত মাত্ৰ বিশটা পৃষ্ঠাহে লিখিব পাৰিছিল; অৰ্থাৎ মাত্ৰ এটা পৃষ্ঠা লিখিবলৈ তেওঁৰ সময় লাগিছিল প্ৰায় আঢ়ৈ ঘণ্টা। কোনো কোনো কবি কিন্তু গদ্য-লেখকসকলতকৈ একাঠি চৰা। উদাহৰণ স্বৰূপে ৰবাৰ্ট লুই ষ্টিভেনছনৰ কথা ক'ব পাৰি। তেওঁ নিজৰ এপিটাফ হিচাপে ব্যৱহৃত হ'বলৈ Requiem নামৰ এটা দীঘল কবিতা লিখিছিল। কিন্তু সুদীৰ্ঘ দহ বছৰ ধৰি তেওঁ কবিতাটোক ঘঁহি-মাজি চিকুণ কৰোঁতে কৰোঁতে অৱশেষত সি পৰিণত হ'ল মাত্ৰ আঠটা শাৰীৰ এটা চুটি কবিতাত। মাত্ৰ এটা কবিতাক নিটোল ৰূপ দিবলৈ দহ বছৰ ধৰি পৰিশ্ৰম কৰি ষ্টিভেনছনে অৱশেষত যিটো কবিতা জগতক উপহাৰ দিলে, সেই কবিতাটো হ'ল ঃ

**Requiem**

Under the wide and starry sky
Dig the grave and let me lie :
Glad did I live and gladly die,
And I laid me down with a Will.

This be the verse you grave for me :
Here he lies where he longed to be :
Home is the sailor, home from sea,
And the hunter home from the hill.

এই গোটেইবোৰ কথা সঁচা। কিন্তু মই ক'ব খোজা কথাটো হ'ল এই যে কবিতা আৰু উপন্যাসৰ নিচিনা সৃষ্টিধৰ্মী ৰচনাবোৰ বহুতবাৰ ঘঁহি-মাজি আৰু পালিচ কৰি থকাৰ প্ৰয়োজন হ'লেও বাতৰি কাকত আৰু আলোচনীত সচৰাচৰ প্ৰকাশ পাই থকা বক্তব্যধৰ্মী ৰচনাবোৰ বাৰে বাৰে লিখি থকাৰ বা ফেয়ৰ কপি কৰাৰ কোনো প্ৰয়োজন নাই। প্ৰথমবিধৰ লেখাৰ ক্ষেত্ৰত লেখকে শব্দ-চয়ন, শব্দ-স্থাপন, আঙ্গিক আৰু প্ৰকাশভঙ্গী নিখুঁত কৰিবলৈ যথেষ্ট চিন্তা আৰু পৰিশ্ৰম কৰিব লগা হয়; লেখাবোৰ বাৰে বাৰে কাটি-কুটি সেইবোৰক একোটা আকাংক্ষিত আকৃতিলৈ অনাৰ প্ৰয়োজন হয়। কিন্তু বক্তব্যধৰ্মী লেখাৰ কাৰণে লেখকে নিজৰ বক্তব্যখিনি পৰিষ্কাৰভাৱে চিন্তা কৰি লৈ সেইবোৰক সৰল আৰু শুদ্ধ ভাষাত প্ৰকাশ কৰিব পাৰিলেই যথেষ্ট। লেখকৰ

কলমৰ পৰা কেৱল তেতিয়াহে শব্দবোৰ সলসলীয়াকৈ ওলাই আহিব নোখোজে—যেতিয়া ক'ব খোজা বিষয়টো সম্পৰ্কে লেখকজনৰ সম্যক চিন্তা পৰিষ্কাৰ নহয়, তেওঁৰ ভাষাও হয় আউল লগা।

অৱশ্যে চিন্তা পৰিষ্কাৰ হ'লেই যে ভাষাও আপোনা-আপুনি সাৱলীল হ'ব এনে কথাও নহয়। বেছিভাগ লেখকেই লিখিবলৈ বহি এক ধৰণৰ দুশ্চিন্তাজনিত মানসিক অস্থিৰতা অনুভৱ কৰে। তেওঁক এনে এটা ভয়ে গ্ৰাস কৰি ধৰে যে তেওঁৰ লেখাটো যিমান ভাল হোৱা উচিত সিমান ভাল কিজানি নহ'ব; বাক্যবোৰ সুগঢ়ী আৰু শুৱলা কৰিবৰ কাৰণে তেওঁ যেনেকুৱা শব্দ ব্যৱহাৰ কৰা উচিত তেনেকুৱা শব্দবোৰ তেওঁৰ কলমৰ আগেদি কিজানি বাহিৰ হৈ নাহিব। এই উদ্বেগজনিত ভয়েই তেওঁৰ চিন্তা-স্ৰোতক বাৰে বাৰে বাধাগ্ৰস্ত কৰে—যাৰ ফলত তেওঁৰ কলমৰ আগেদি ওলাই আহিব খোজা শব্দবোৰো দ্বিধাগ্ৰস্ত হৈ বাৰে বাৰে থমকি ৰয়। ৰূপহীনা তিৰোতা যেনেকৈ নিজৰ চেহেৰা সম্পৰ্কে মাত্ৰাধিকভাৱে সচেতন, ঠিক তেনেকৈ নিজৰ সুস্পষ্ট বক্তব্য নথকা লেখকসকলো ভাষাৰ সৌন্দৰ্য সম্পৰ্কে প্ৰয়োজনাধিকভাৱে সচেতন। তেওঁলোকে লিখিবলৈ বহি দুশ্চিন্তাজনিত মানসিক অস্থিৰতাত ভোগাৰ সেইটোৱেই প্ৰধান কাৰণ। এনে ধৰণৰ সকলো মানসিক কষ্ট উপশম কৰিব পৰাৰ অমোঘ বিধান দি থৈ গৈছে ৰবাৰ্ট লীণ্ডে। তেওঁ কৈছে—The safe rule in writing is to say what one precisely means–even if it appears to destroy the shape of the sentence. If the sense does not give the sentence good shape, then all the high-sounding words in the dictionary will not do so.

ওপৰত লেখকৰ যিবোৰ সমস্যাৰ কথা উল্লেখ কৰা হ'ল সেইবোৰ কেৱল সাধাৰণ লেখকৰ সমস্যা নহয়। মূলতঃ দাৰ্শনিক হৈয়ো সাহিত্যৰ কাৰণে ন'বেল পুৰস্কাৰ পোৱা বাৰ্ট্ৰাণ্ড ৰাছেলৰ দৰে মহা-প্ৰতিভাধৰ লেখককো একে ধৰণৰ সমস্যাই জুৰুলা কৰিছিল। How I write নামৰ এখন ৰচনাত ৰাছেলে এই সমস্যাবোৰৰ বিষয়ে আলোচনা কৰি তেওঁ নিজে কেনেকৈ সেই সমস্যাবোৰ সমাধান কৰিলে সেই কথাও বৰ্ণনা কৰিছে। ৰাছেলৰ অভিজ্ঞতাৰ পৰা সকলো লেখকেই শিক্ষা ল'ব পাৰে।

যিকোনো লেখকৰ দৰেই বাৰ্ট্ৰাণ্ড ৰাছেলো জীৱনৰ আগবয়সত বহুতো বিখ্যাত লেখকৰ গদ্য-শৈলীৰ দ্বাৰা প্ৰভাৱিত হৈছিল। এই প্ৰসঙ্গত তেওঁ জন ষ্টুৱাৰ্ট মিল, লোগান পীয়াৰছল স্মিথ, ওৱাল্টাৰ পেটাৰ আৰু গুষ্টাভ ফ্লবেয়ৰৰ কথা উল্লেখ কৰিছে। কিন্তু অতি সোনকালেই তেওঁ এই সিদ্ধান্তলৈ আহিল যে গদ্য-ৰচনাৰ ক্ষেত্ৰত তেওঁ নিজৰ আৰ্হি নিজেই তৈয়াৰ কৰি ল'ব লাগিব। উদাহৰণ স্বৰূপে লোগান পীয়াৰছল স্মিথে তেওঁক উপদেশ দিছিল যে এজন লেখকে তেওঁৰ প্ৰত্যেকটো লেখাকে দুবাৰ লেখা উচিত। One must always rewrite। সেই উপদেশ পালন কৰিবলৈ ৰাছেলে

আৱিষ্কাৰ কৰিলে যে তেওঁৰ দ্বিতীয়বাৰৰ সংশোধিত লেখাটোতকৈ প্ৰথমবাৰৰ লেখাটো সদায় বেছি ভাল হয়। এই আৱিষ্কাৰৰ ফলত তেওঁ বহুতো শক্তি আৰু সময় বচাব পৰা হ'ল।

লেখক-জীৱনৰ আৰম্ভণিতে ৰাছেলো সেই যন্ত্ৰণাদায়ক সমস্যাৰ সন্মুখীন হৈছিল—যিটো সমস্যাই সৰু-বৰ সকলো লেখককে জীৱনৰ এটা সময়ত পীড়িত কৰে। লিখিবলৈ বহি তেওঁৰ মনত প্ৰায়েই এনে ভাব হৈছিল যে লেখাটো যেন তেওঁৰ সাধ্যৰ অতীত। 'I would fret myself into a nervous state from fear that it was never going to come right. I would make one unsatisfying attempt after another, and in the end have to discard them all.' ৰাছেলে কেনেকৈ এই সমস্যাৰ সমাধান কৰিলে? বহুত চিন্তা কৰি তেওঁ দেখিলে যে কিবা এটা বিষয়ে লিখিবলৈ ঠিক কৰি বিষয়টো সম্পৰ্কে প্ৰাথমিক চিন্তা-ভাবনাখিনি কৰাৰ পিছত তেওঁ যদি তেওঁৰ চিন্তাখিনি অৱচেতন মনত পুতি থয়, চৰায়ে কণীত উমনি দিয়াৰ দৰে তেওঁৰ অৱচেতন মনটোৱে তেওঁৰ চিন্তাখিনিত উমনি দি থাকে, সচেতনভাৱে মনৰ পৰা কোনো কথা বাহিৰ কৰি আনিবলৈ তেওঁ খৰখেদা নলগায়, তেন্তে এটা সময়ত তেওঁ ক'ব খোজা কথাবোৰ স্বতঃস্ফূৰ্তভাৱে আৰু অবাৰিত গতিৰে ওলাই আহে তেওঁৰ মনৰ পৰা। Having, by a time of very intense concentration, planted the problem in my sub-consciousness, it would germinate underground until, suddenly, the solution emerged with blinging clarity, so that it only remained to write down what had appeared as if in a revelation.

সকলো বৃত্তিৰ মানুহেই আনৰ অভিজ্ঞতাৰ পৰা শিক্ষা লৈ নিজৰ বৃত্তিগত দক্ষতা বৃদ্ধি কৰিবলৈ চেষ্টা কৰে বা কৰা উচিত। লেখকসকলো তাৰ ব্যতিক্ৰম হ'ব নোৱাৰে। উদাহৰণ স্বৰূপে ড° ছেমুৱেল জনছনে লেখকসকলক দিয়া উপদেশৰ কথা উল্লেখ কৰিব পাৰি। তেওঁ ইংৰাজ লেখকসকলক উদ্দেশ্য কৰি কৈছিল যে ভাল ইংৰাজী গদ্য লিখিবলৈ আশা কৰা প্ৰত্যেকজন লেখকেই গভীৰ মনোযোগ দি জোছেফ এডিছনৰ গদ্যসম্ভাৰ পাঠ কৰা উচিত। কেনেকৈ পঢ়া উচিত, কেনেকৈ লেখা উচিত—এনেবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ ইংৰাজী ভাষাত বহুতো কিতাপ আৰু প্ৰবন্ধ ৰচিত হৈছে। উদাহৰণ স্বৰূপে ওপৰত উল্লেখ কৰা বাৰ্ট্ৰাণ্ড ৰাছেলৰ বাহিৰেও এইচ জি ওৱেলছ, ৰবাৰ্ট লীণ্ড, ছমাৰছেট মম আৰু জৰ্জ অৰৱেল আদি লেখকৰ কথা উল্লেখ কৰিব পাৰি। জৰ্জ অৰৱেলে হেৰল্ড লাস্কিৰ নিচিনা বিশ্ববন্দিত পণ্ডিতৰো দুৰ্বোধ্য আৰু দুষ্পাঠ্য গদ্যৰ কঠোৰ সমালোচনা কৰি প্ৰবন্ধ লিখিছে। গদ্য-শৈলীৰ ক্ৰমোৎকৰ্ষ সাধন কৰিবলৈ কৰি থকা এনে ধৰণৰ অবিৰাম চেষ্টাৰ ফলতেই ইংৰাজী ভাষা আজি বিশ্ব-ভাষাত পৰিণত হৈছে। অৱশ্যে এই ক্ষেত্ৰত ইউৰোপৰ

অন্যান্য উন্নত ভাষাবোৰো পিছ পৰি থকা নাই। ফৰাচীসকলৰ গদ্য-সাধনা প্ৰায় কিম্বদন্তি-তুল্য।

অসমীয়া ভাষাত কিছু উৎকৃষ্ট গদ্য ৰচিত হৈছে যদিও সাধাৰণভাৱে অসমীয়া গদ্যৰ মান আশানুৰূপভাৱে উন্নত বুলি ক'ব নোৱাৰি। গদ্য-ৰচনাৰ বিষয়ে চিন্তা-চৰ্চাও যেনেকৈ হ'ব লাগিছিল তেনেকৈ হোৱা নাই। গদ্যৰ গুৰুত্ব বুজিবলৈ ই এম ফ'ৰষ্টাৰৰ এটা উক্তি স্মৰণ কৰিলেই যথেষ্ট হ'ব। মই মোৰ একাধিক ৰচনাত তেওঁৰ এই উক্তিটো উদ্ধৃত কৰিছোঁ। কিন্তু মই সেই একেটা উক্তিকে মন্ত্ৰৰ দৰে বাৰে বাৰে আওৰাই থাকিব খোজোঁ—'গদ্যৰ অৱনতি ঘটিলে ভাবৰ আদান-প্ৰদানৰ সকলো সুগম পথ বন্ধ হৈ যায়, আৰু তাৰ ফলত সভ্যতাৰ বিকাশ বাধাপ্ৰাপ্ত হয়।'

# মনত পৰিছে ব্ৰেখ্‌টৰ এটা কবিতালৈ

মোৰ নিচিনাকৈ বহুতেই আশা কৰিছিল যে সঞ্জয় ঘোষৰ হত্যাৰ প্ৰতি হোৱা তীব্ৰ প্ৰতিক্ৰিয়াৰ পৰা আলফাই এটা শিক্ষা ল'ব আৰু ভৱিষ্যতে এনে চৰম মূৰ্খামি কৰাৰ পৰা বিৰত থাকিব। কিন্তু লোকসভা নিৰ্বাচনৰ প্ৰাৰ্থী অনিল কুমাৰ বৰুৱাৰ নৃশংস হত্যাই প্ৰমাণ কৰিলে যে আলফাৰ বিচাৰ-বুদ্ধি সমূলি লোপ পাইছে। নৰ-হত্যাৰ নিচাত সন্ত্ৰাসবাদী সংগঠনটো এনেভাৱে মতলীয়া হৈ উঠিছে যে নিজৰ কৃত-কৰ্মৰ ফল সংগঠনটোৰ নিজৰ কাৰণেই কিমান ভয়াৱহ হৈ উঠিব পাৰে সেই কথা চিন্তা কৰি চাবলৈকো তেওঁলোকৰ মানসিক স্থিৰতা নাই। প্ৰত্যেকটো হত্যাই সংগঠনটোক জনসাধাৰণৰ মাজৰ পৰা ক্ৰমান্বয়ে দূৰলৈ ঠেলি নি আছে। প্ৰত্যেকটো হত্যাই সংগঠনটোৰ এটা ৰক্ত-লোলুপ নৰহত্যাৰ ভাৱ-মূৰ্তি গঢ়ি তুলিছে। কিন্তু সেইবোৰ কথা বিচাৰ-বিশ্লেষণ কৰি চাবলৈ সংগঠনটোৰ সময় নাই। তেওঁলোক ব্যস্ত কেৱল এটাৰ পিছত এটাকৈ নৰহত্যাৰ পৰিকল্পনা কৰাৰ কামত।

বিপ্লৱৰ নামত নৰহত্যাত লিপ্ত হোৱা সংগঠন আলফাই প্ৰথম নহয়। ইউট'পিয়াৰ স্বপ্নই যুগ যুগ ধৰি মানুহক মানুহৰ তেজেৰে পৃথিৱী ৰাঙলী কৰিবলৈ উচটাই আহিছে। কিন্তু অলপ চিন্তা কৰি চালে দেখা যায় যে হত্যাকাৰী বিপ্লৱীসকলৰ মাজতো শ্ৰেণীবিভাগ আছে। কিছুমান বিপ্লৱীক গভীৰ আদৰ্শ-নিষ্ঠাই নৰহত্যা কৰিবলৈ বাধ্য কৰে। আন বহুতেই কিন্তু বিপ্লৱী সংগঠনত যোগ দিয়ে কেৱল নিজৰ ছেদিষ্ট ৰক্তপিপাসা আৰু জিঘাংসা চৰিতাৰ্থ কৰিবলৈ। তাৰ প্ৰমাণ হিচাপে লেনিনৰ এটা উক্তি উদ্ধৃত কৰিলেই যথেষ্ট হ'ব। নিজৰ বিপ্লৱী কমৰেডসকলৰ বিষয়ে মন্তব্য কৰি লেনিনে কৈছিল—'এশজন তথাকথিত বলশ্বেভিকৰ ভিতৰত মাত্ৰ এজনহে খাটি বলশ্বেভিক আছে। বাকী উনচল্লিশজন হ'ল অপৰাধী আৰু যাঠিজন মূৰ্খ।'

কলেজৰ ছাত্ৰ হৈ থকা অৱস্থাতে মই হুমায়ুন কবীৰৰ দ্বাৰা সম্পাদিত 'চতুৰঙ্গ' নামৰ এখন তিনিমহীয়া বাংলা আলোচনীত সৌম্যেন্দ্ৰনাথ ঠাকুৰৰ 'যাত্ৰী' নামৰ এটা প্ৰবন্ধ পঢ়িছিলো। প্ৰবন্ধটো আছিল লেখকৰ ৰাছিয়া-ভ্ৰমণৰ কাহিনী। প্ৰসঙ্গক্ৰমে কৈ থোৱা দৰকাৰ যে ৰবীন্দ্ৰনাথ ঠাকুৰৰ বংশৰ সৌম্যেন্দ্ৰনাথ ঠাকুৰ আছিল এজন কমিউনিষ্ট, আৰু পিছলৈ তেওঁ 'ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টী' (আৰ চি পি আই)ৰ নেতা হৈছিল। আজিৰ পৰা বহু বছৰৰ আগতে পঢ়া 'যাত্ৰী' নামৰ প্ৰবন্ধটোৰ বেছিভাগ

কথাই পাহৰি গৈছোঁ; কিন্তু পাহৰিব নোৱাৰিলো মাত্ৰ এটা কথা। উনৈশ শতিকাৰ ৰাছিয়াৰ নিহিলিষ্ট বিপ্লৱীসকলৰ বিষয়ে লিখিবলৈ গৈ সৌম্যেন্দ্ৰনাথ ঠাকুৰে তেওঁৰ প্ৰবন্ধটোৰ এঠাইত লিখিছে—'বিপ্লৱৰ নামত আৰু আদৰ্শৰ নামত নিহিলিষ্টসকলে মানুহক হত্যা কৰিব লগা হৈছিল। কিন্তু কেৱল নৰহত্যাৰ নিচাত তেওঁলোকে কেতিয়াও কাকো হত্যা কৰা নাছিল। হত্যা কৰিবলৈ যাত্ৰা কৰাৰ আগতে তেওঁলোকে নীৰৱে প্ৰাৰ্থনা কৰিছিল; নিজৰ বিবেকৰ ওচৰত ক্ষমা বিচাৰিছিল। কেতিয়াবা যদি তেওঁলোকে ভুলতে হত্যা নকৰিব লগীয়া মানুহক হত্যা কৰিছিল, তেন্তে তেওঁলোকে আত্মহত্যা কৰি ভুলৰ প্ৰায়শ্চিত্ত কৰিছিল।'

নিহিলিষ্টসকলৰ এনে সু-গভীৰ মানৱতাবাদ আৰু মানৱিক আৱেগ-অনুভূতি আছিল কাৰণেই তেওঁলোকৰ জীৱন-কাহিনীক অৱলম্বন কৰি আইভান টুৰ্গেনিভৰ পক্ষে ৰচনা কৰা সম্ভৱ হৈছিল উনৈশ শতিকাৰ অন্যতম অমৰ উপন্যাস—'পিতা-পুত্ৰ'। (প্ৰসঙ্গক্ৰমে উল্লেখ কৰি থ'ব পাৰি যে 'নিহিলিষ্ট' শব্দটোও উদ্ভাৱন কৰিছিল টুৰ্গেনিভেই; তেওঁৰ 'পিতা-পুত্ৰ' নামৰ উপন্যাসখনতে সেই শব্দটো প্ৰথমবাৰৰ কাৰণে পোৱা যায়)।

ৰাছিয়ান নিহিলিষ্টসকলে ভুল কৰি হত্যা নকৰিব লগীয়া মানুহক হত্যা কৰি আত্মহত্যা কৰি নিজৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিছিল। কিন্তু অসমীয়া 'বিপ্লৱী'সকলৰ বন্দুকৰ গুলীত ছৰছৰীয়া ফুল-কুমলীয়া ছোৱালীৰ মৃত্যু হ'লেও হত্যাকাৰীয়ে আত্মহত্যা কৰি পাপৰ প্ৰায়শ্চিত্ত কৰা দূৰৰ কথা—তেওঁলোকৰ মুখৰ পৰা ভুলতেও এটা অনুতাপৰ শব্দ বাহিৰ হৈ নাহে!

অসমৰ বিভিন্ন লেবেলৰ সন্ত্ৰাসবাদীসকলে বাছ-বিচাৰ নোহোৱাকৈ আজিলৈকে কিমান নিৰীহ-নিৰপৰাধ মানুহক কুকুৰ-মেকুৰীৰ দৰে হত্যা কৰিলে তাৰ কোনো হিচাপ নাই। অৱশ্যে প্ৰত্যেকটো হত্যাৰে এটা নহয় এটা অজুহাত থাকেই। Give the dog a name and hang it। এনেকুৱাও তো হ'ব পাৰে যে সন্ত্ৰাসবাদীৰ অন্ধ জিঘাংসাৰ বলি হোৱা শ শ মানুহৰ ভিতৰত বহুতেই বা বেছিভাগেই আছিল নিৰপৰাধ—আনকি সন্ত্ৰাসবাদীৰ নিজৰ শাস্ত্ৰ বা আইনমতেও? সন্ত্ৰাসবাদীহঁতে পাৰিবনে তেওঁলোকৰ প্ৰাণ ঘূৰাই দিব? এইবোৰ প্ৰশ্নই সন্ত্ৰাসবাদীহঁতৰ বিবেকক মুহূৰ্তৰ কাৰণেও জোঁকাৰি নাযায়নে? অসমৰ মানুহৰ হৃদয়ত কোনে বেছি উচ্চ স্থান পাইছে? সঞ্জয় ঘোষ আৰু অনিল কুমাৰ বৰুৱাই নে তেওঁলোকৰ নিৰ্মম হত্যাকাৰীসকলে?

এইবোৰ কথা ভাবি থাকোঁতেই বহু বছৰৰ আগতে পঢ়া বাৰ্টল্ট ব্ৰেখ্‌টৰ এটা কবিতা খুব অস্পষ্টভাৱে মনলৈ আহিল। কিতাপখন খুলি লৈ কবিতাটো আকৌ এবাৰ

পঢ়িলো। বার্টল্ট ব্ৰেখ্‌টৰ পৰিচয় দিয়াৰ প্ৰয়োজন আছে বুলি নাভাবোঁ, কাৰণ ব্ৰেখ্‌ট-চৰ্চাৰ ক্ষেত্ৰত অসমো আনতকৈ খুব বেছি পিছ পৰি থকা নাই। মাত্ৰ সৌ সিদিনা গুৱাহাটীতো ব্ৰেখ্‌টৰ প্ৰথম জন্ম-শতবাৰ্ষিকী গভীৰ শ্ৰদ্ধাসহকাৰে উদ্‌যাপিত হ'ল। ব্ৰেখ্‌ট্ নিজে কমিউনিষ্ট আছিল। কিন্তু দলৰ শুদ্ধিকৰণৰ নামত যোছেফ ষ্টেলিনে যিভাৱে বাছ-বিচাৰ নোহোৱাকৈ লাখ লাখ মানুহক হত্যা কৰিছিল সেইটো ব্ৰেখ্‌টে সমূলি সহ্য কৰিব পৰা নাছিল। ৰাছিয়াত এই নৰমেধ-যজ্ঞ চলি থকাৰ মাজতে এদিন ব্ৰেখ্‌টৰ কাণত আহি এই খবৰ পৰিল যে তেওঁৰ প্ৰিয় বন্ধু ৰাছিয়ান লেখক চাৰ্জে ট্ৰেটিয়াকভকো ফাঁচি দিয়া হৈছে। খবৰটো পোৱাৰ লগে লগে ব্ৰেখ্‌টে নিজৰ ক্ৰোধ আৰু যন্ত্ৰণা প্ৰকাশ কৰি এটা কবিতা লিখিছিল। কবিতাটোৰ ইংৰাজী অনুবাদৰ পৰা কৰা মুকলি অসমীয়া অনুবাদ তলত দিয়া হ'ল।

তেওঁ আছিল মোৰ মহান শিক্ষক আৰু প্ৰিয় বন্ধু—
জনতাৰ আদালতে তেওঁক অপৰাধী বুলি ৰায় দিলে,
তেওঁক হত্যা কৰা হ'ল বন্দুকৰ গুলী কৰি।
শত্ৰুৰ গুপ্তচৰ বুলি তেওঁক অভিশাপ দিয়া হ'ল,
আৰু পুৰি নষ্ট কৰি পেলোৱা হ'ল তেওঁৰ কিতাপবোৰ।
তেওঁৰ নাম ল'লেও এতিয়া সন্দেহৰ পাত্ৰ হ'ব লগা হয়।
কিন্তু তেওঁ যদি প্ৰকৃততে আছিল নিৰ্দোষ, তেন্তে কি হ'ব?

জনতাৰ সন্তানসকলৰ চকুত তেওঁ দোষী বুলি সাব্যস্ত হ'ল।
পৃথিৱীৰ সবাতোকৈ ঐতিহাসিক যিবোৰ অনুষ্ঠান—
সেই সমবায় কৃষিপাম আৰু শ্ৰমিকৰ কাৰখানাবোৰে
তেওঁক গণ্য কৰিলে শত্ৰু বুলি।
কোনেও এষাৰো মাত নামাতিলে তেওঁৰ সমৰ্থনত।
কিন্তু তেওঁ যদি প্ৰকৃততে আছিল নিৰ্দোষ—তেন্তে কি হ'ব?

জনতাৰ শত্ৰু আছে বহুতো।
উচ্চতম আসনতো বহি আছে জনতাৰ শত্ৰু।
অতি লাগতিয়াল যিবোৰ গৱেষণাগাৰ—
তাতো বহি আছে জনতাৰ শত্ৰু।
তেওঁলোকে জলসিঞ্চনৰ নলা খান্দে, মথাউৰি বান্ধে
বানপানী ভেটিবলৈ।

তাৰ দ্বাৰা উপকৃত হয় একোখন সমগ্ৰ মহাদেশ।
কিন্তু কেতিয়াবা নলা বাম হৈ আহে, মথাউৰি খহি পৰে,
তাৰ কাৰণে গুলীয়াই হত্যা কৰিব লাগিব দোষীসকলক।
কিন্তু তেওঁলোক যদি প্ৰকৃততে আছিল নিৰ্দোষ—তেন্তে কি হ'ব?

যিটো বস্তু নিৰ্মাণ কৰিছিল পাঁচ হাজাৰ মানুহে—
সেইটো ভাঙি পেলাবলৈ মাত্ৰ এজন মানুহেই যথেষ্ট।
যি পঞ্চাশজন মানুহক ফাঁচি দিয়া হ'ল—
তেওঁলোকৰ ভিতৰত হয়তো এজন আছিল নিৰ্দোষ।
যদি তেওঁ আছিল নিৰ্দোষ—তেন্তে কি হ'ব?
যদি তেওঁ সঁচাকৈয়ে আছিল নিৰ্দোষ—
তেন্তে তেওঁ কেনেকৈ আগবাঢ়ি গৈছিল মৃত্যুৰ মুখলৈ।

# কার্লাৰ কাৰণে এটোপাল চকুপানী

ৰাতিপুৱা পাঁচ বজাত বা কেতিয়াবা তাতোকৈ অলপ সময়ৰ আগতে শোৱাপাটীৰ পৰা উঠি টেলিভিশ্যন চোৱাটো মোৰ অভ্যাস। আন সময়ত টেলিভিশ্যন চাবলৈ মই সময় নাপাওঁ। অৱশ্যে দৈনিক বাতৰি কাকতৰ সম্পাদকৰ দায়িত্ব লোৱাৰ পিছৰ পৰাহে মোৰ এই অভ্যাস গঢ় লৈ উঠিছে। কেবল্ টিভিৰ (Cable TV) ষ্টাৰ মুভিজ চেনেলত কেতিয়াবা খুব ভাল চিনেমা চাবলৈ পোৱা যায়। মই কিতাপ পঢ়ি যিমান ভাল পাওঁ, ভাল চিনেমা চায়ো সিমানেই ভাল পাওঁ। অৰ্থাৎ চিনেমাৰ প্ৰতি মোৰ বিশেষ দুৰ্বলতা আছে। অৱশ্যে মুভিজ চেনেলত যিমানবোৰ চিনেমা দেখুওৱা হয় সেইবোৰৰ ভিতৰত দহ শতাংশমান চিনেমাহে চাবলৈ মই আগ্ৰহ অনুভৱ কৰোঁ। ৰাতিপুৱা পাঁচ বজাত ভাল চিনেমা নাথাকিলে মই বি বি চি-ৰ প্ৰগ্ৰেম চাওঁ। বি বি চি-ৰ এনে এটা প্ৰগ্ৰেম নাই যিটো চাই মই ভাল নাপাওঁ। অৱশ্যে এটা ব্যতিক্ৰম নোহোৱাও নহয়। 'টপ গিয়েৰ' নামৰ প্ৰগ্ৰেমটোৱে মোক সমূলি আকৰ্ষণ নকৰে।

যোৱা ৪ ফেব্ৰুৱাৰীৰ দিনা মই যথাৰীতি ৰাতিপুৱা ৫ বজাৰ আগতেই হাতত একাপ চাহ লৈ টেলিভিশ্যন ছেটৰ সমুখত বহিলোঁ। মুভিজ চেনেলত চিনেমা আৰম্ভ হোৱাৰ লগে লগেই মই বুজি পালো যে সেইদিনা মোৰ চিনেমা চোৱা নহ'ব। হংকঙত নিৰ্মিত চিনেমাখনত জেকি ছানৰ মাৰপিট চলিছে। মুভিজ চেনেল বন্ধ কৰি মই বি বি চি-ৰ চেনেল খুলি ল'লো। বি বি চি-ত তেতিয়া চলি আছিল বাতৰিৰ প্ৰগ্ৰেম। কেইমিনিটমান সময় প্ৰগ্ৰেমটো চাই থাকোঁতে হঠাৎ এবাৰ মোৰ কাণত পৰিল এটা শব্দ—'কাৰ্লা'। শব্দটো শুনাৰ লগে লগে মোৰ মূৰৰ ভিতৰত টিলিঙা বজাৰ নিচিনা এটা শব্দ হ'ল, আৰু লগে লগে মই পোন হৈ বহি পৰম মনোযোগেৰে বাতৰিৰ প্ৰত্যেকটো শব্দ শুনিবলৈ আৰু দৃশ্যবোৰ চাবলৈ ধৰিলো।

'কাৰ্লা'ই অতি প্ৰবলভাৱে মোৰ মনোযোগ আকৰ্ষণ কৰাৰ নিশ্চয় এটা কাৰণ আছিল। মই সাধাৰণতে বাতৰি কাকতত বেনাৰ হেডলাইন দখল কৰা বাতৰিবোৰতকৈ চুকে-কোণে সিঁচৰতি হৈ থকা অপেক্ষাকৃত কম গুৰুত্বপূৰ্ণ বাতৰিবোৰ বেছি গুৰুত্ব সহকাৰে পঢ়োঁ। তেনেকৈ পঢ়ি থাকোঁতে প্ৰায় সাদিনমানৰ আগতে এটা বাতৰিয়ে মোৰ মনোযোগ বিশেষভাৱে আকৃষ্ট কৰিলে। বাতৰিটো আছিল কাৰ্লা ফেইয়ি টাকাৰ নামৰ এগৰাকী ৩৮ বছৰ বয়সীয়া মহিলাৰ বিষয়ে। আমেৰিকাৰ টেক্সাছ

ৰাজ্যৰ এখন আদালতে কাৰ্লাক মৃত্যুদণ্ড দিছে। ৰাজ্যপাল বা উচ্চতম ন্যায়ালয়ে যদি কাৰ্লাৰ করুণা-ভিক্ষাৰ আবেদন নামঞ্জুৰ কৰে, তেন্তে দুই-এদিনৰ ভিতৰতে কাৰ্লাৰ মৃত্যুদণ্ডৰ আদেশ কাৰ্যকৰী কৰা হ'ব।

মই নিয়মিতভাৱে পঢ়া বাতৰি কাকতখনত এই বাতৰিটো প্ৰথম প্ৰকাশ হ'বৰ দিনৰে পৰা প্ৰায় প্ৰতিদিনেই কাকতখনত কাৰ্লাৰ বিষয়ে কিবা নহয় কিবা এটা বাতৰি প্ৰকাশ হ'বলৈ ধৰিলে। মই গভীৰ মনোযোগেৰে কাৰ্লাৰ নাটকীয় কাহিনী অনুসৰণ কৰিবলৈ ধৰিলো। কাৰ্লাৰ মৃত্যুদণ্ডই বিশ্বব্যাপী মনোযোগ আকৰ্ষণ কৰাৰ এটা প্ৰধান কাৰণ আছিল এই যে যোৱা এশ বছৰৰ ভিতৰত আমেৰিকাত কোনোবা মহিলাক মৃত্যুদণ্ডেৰে দণ্ডিত কৰাৰ এইটোৱেই আছিল প্ৰথম ঘটনা। আমেৰিকাৰ গৃহযুদ্ধৰ পিছৰ পৰা আজিলৈকে আমেৰিকাত আন কোনো মহিলাক মৃত্যুদণ্ড দিয়া হোৱা নাছিল। কেইবছৰমানৰ আগতে আমেৰিকাত মৃত্যুদণ্ডৰ প্ৰথা উঠাই দিয়া হৈছিল। কিন্তু তাৰ ফলত অপৰাধৰ মাত্ৰা বাঢ়ি যোৱাৰ কাৰণে কেইখনমান ৰাজ্যই এই প্ৰথা পুনৰ প্ৰৱৰ্তন কৰিবলৈ সিদ্ধান্ত ল'লে। সেইবোৰৰ ভিতৰত অন্যতম ৰাজ্য হ'ল টেক্সাছ। ৰক্ষণশীল ৰাজ্যৰূপে পৰিচিত টেক্সাছত মৃত্যুদণ্ডৰ আদেশ অতি কঠোৰভাৱে কাৰ্যকৰী কৰা হয়, আৰু দণ্ডিত ব্যক্তিৰ প্ৰতি কাচিৎহে করুণা দেখুওৱা হয়। ১৯৭৬ চনৰ পৰা এতিয়ালৈকে সেইখন ৰাজ্যত ১৪৪ জন পুৰুষৰ ক্ষেত্ৰত মৃত্যুদণ্ডৰ আদেশ কাৰ্যকৰী কৰা হৈছে। যোৱা বছৰটোত, অৰ্থাৎ ১৯৯৭ চনত, মাত্ৰ এটা বছৰৰ ভিতৰতে টেক্সাছত প্ৰাণ হেৰুৱাইছে ৩৭ জন কয়দীয়ে। সমগ্ৰ আমেৰিকা যুক্তৰাষ্ট্ৰত যিমানবোৰ অপৰাধীৰ ক্ষেত্ৰত মৃত্যুদণ্ড কাৰ্যকৰী কৰা হয়, তাৰ আধা কাৰ্যকৰী কৰা হয় কেৱল এখন ৰাজ্যত—টেক্সাছত। মৃত্যুদণ্ডৰ পৰা ৰেহাই পাবলৈ বহুতে বছৰৰ পিছত বছৰ ধৰি আদালতত যুদ্ধ কৰে। আমেৰিকাৰ অন্যান্য ৰাজ্যত বহুতে তেনেকৈ ৰেহাই পালেও টেক্সাছত ৰেহাই পোৱাৰ এটাও উদাহৰণ নাই। আমেৰিকান কাৰাগাৰৰ ডেথ-চেলৰ (Death-Cell) বিশদ বৰ্ণনা মই পঢ়িবলৈ পাইছোঁ জন গ্ৰিছামৰ বহু-পঠিত উপন্যাস The Chamber-ত। আচল মৃত্যুতকৈ মৃত্যুৰ কাৰণে এই অনিশ্চিত আশা-নিৰাশা মিহলি প্ৰতীক্ষা কিমান বেছি ভয়ঙ্কৰ অভিজ্ঞতা হ'ব পাৰে সেই কথা অনুভৱ কৰিব পাৰি জন গ্ৰিছামৰ উপন্যাসখন পঢ়ি।

সি যি কি নহওক, এতিয়া প্ৰশ্নটো হ'ল ঃ কাৰ্লা ফেইয়ি টাকাৰে এনে কি সাংঘাতিক অপৰাধ কৰিছিল—যাৰ কাৰণে তেওঁ হ'ব লগা হ'ল এশ বছৰৰ ভিতৰত আমেৰিকাত মৃত্যুদণ্ডেৰে দণ্ডিত একমাত্ৰ মহিলা?

কোনো সন্দেহ নাই যে কাৰ্লাৰ অপৰাধ আছিল ভয়ঙ্কৰ। ক্ষমাৰ অযোগ্য। তেওঁ নিয়মিতভাৱে হিৰ'ইন জাতীয় ড্ৰাগ খাইছিল। মদৰ তো কথাই নাই। ১৯৮৩ চনত

এদিন তেওঁ এজন পুৰুষ-সঙ্গীৰে সৈতে গোটেই দিনটো ড্ৰাগ আৰু মদ খাই মতলীয়া হ'ল। সেই অৱস্থাতে তেওঁলোক জেৰি ডীন নামৰ এজন বন্ধুৰ ঘৰলৈ গ'ল। তাত গৈ তেওঁলোকে জেৰি ডীনক ডেবৰা থৰ্নটন নামৰ এগৰাকী মহিলাৰ লগত একেখন বিছনাতে প্ৰণয়-মত্ত অৱস্থাত আৱিষ্কাৰ কৰিলে। কিবা কথাত দুয়োপক্ষৰ মাজত তৰ্কাতৰ্কি হ'ল। তেতিয়া কাৰ্লা আৰু তেওঁৰ প্ৰেমিক দুয়ো লগ লাগি এখন খন্তিৰে উপৰ্যুপৰি আঘাত কৰি জেৰি আৰু ডেবৰাক হত্যা কৰিলে। অপৰাধটো কৰাৰ পিছত তেওঁলোক কিন্তু অকণো ভীত বা অনুতপ্ত নহ'ল। বৰং একোৱেই যেন হোৱা নাই এনে এটা ভাবেৰে তেওঁলোক নিজৰ ফ্লেটলৈ ঘূৰি গৈ পুনৰ ড্ৰাগ আৰু মদৰ নিচাত মতলীয়া হৈ পৰিল।

এনেকুৱা ভয়ঙ্কৰ অপৰাধী তো মৃত্যুদণ্ডৰেই যোগ্য। তেনেহ'লে মইনো কিয় কাৰ্লাৰ চিন্তাত ইমান কাতৰ হৈছিলো, আৰু তেওঁৰ শেষ পৰিণতি জানিবলৈ দিনৰ পিছত দিন বাতৰি কাকতৰ পাত লুটিয়াইছিলো?

এই প্ৰশ্নৰ একমাত্ৰ উত্তৰ এইটোৱেই যে কাৰ্লাৰ বিষয়ে প্ৰকাশ হোৱা বাতৰিবোৰত তেওঁৰ অপৰাধৰ বৰ্ণনা থকাৰ উপৰিও আছিল তেওঁৰ চমু জীৱন-পৰিচিতি, আৰু তেওঁৰ জীৱনৰ মৰ্মন্তুদ কাহিনীয়ে মোক বেদনাত ম্ৰিয়মাণ কৰি তুলিছিল। তেওঁৰ অপৰাধৰ বৰ্ণনা পঢ়ি থাকোঁতে বাৰে বাৰে মোৰ মনলৈ এই প্ৰশ্ন আহিছিল ঃ যিজনী ছোৱালীক ভাগ্যই ইমান কঠোৰ আঘাত হানিছে তাই ভাগ্যৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ ভয়ঙ্কৰ অপৰাধ নকৰি আন কি কৰিব? যিজনী ছোৱালীৰ প্ৰতি মানুহৰ সমাজ আৰু সভ্যতাই কোনো ধৰণৰ দায়িত্ব বা সহমৰ্মিতা অনুভৱ কৰা নাই, তাই কিহৰ গৰজত সমাজ আৰু সভ্যতাৰ প্ৰতি দায়িত্ব অনুভৱ কৰিব?

বাতৰি কাকতত কাৰ্লাৰ যি চমু জীৱন-পৰিচিতি প্ৰকাশ পাইছে সেইখিনি মাত্ৰ দুটামান বাক্যতে লিখি শেষ কৰিব পাৰিব। কাৰ্লাৰ মাক আছিল এগৰাকী বেশ্যা। আজিকালিৰ পোছাকী ভাষাত যৌন-কৰ্মী। স্বামীৰ লগত বিবাহ-বিচ্ছেদ হোৱাৰ পিছত তেওঁ বেশ্যা-বৃত্তি গ্ৰহণ কৰিছিল। কাৰ্লাৰ বয়স যেতিয়া মাত্ৰ বাৰ বছৰ, তেতিয়াই মাকে তাইকো বেশ্যা হ'বলৈ বাধ্য কৰিলে। সদ্য-প্ৰস্ফুটিত ফুলৰ দৰে কোমল এজনী বাৰ বছৰীয়া অপাপ-বিদ্ধ ছোৱালীক আপুনি বেশ্যালয়ত প্ৰথমবাৰৰ কাৰণে নিজৰ দেহ বিক্ৰী কৰি থকা ৰূপত কল্পনা কৰিবলৈ চেষ্টা কৰকচোন! তাইক কল্পনা কৰিবলৈ চেষ্টা কৰক নিজৰ ভনী বা কন্যাৰ ৰূপত! বাৰ বছৰ বয়সতে বেশ্যা হোৱা কাৰ্লাই অতি সোনকালে বেশ্যালয়ৰ জীৱন-ধাৰা আয়ত্ত কৰিলে বা কৰিবলৈ বাধ্য হ'ল। এই ভয়ঙ্কৰ জীৱনৰ যন্ত্ৰণা আৰু নিঃসঙ্গতা পাহৰি থাকিবলৈ তাই মদ আৰু ড্ৰাগৰ আশ্ৰয় ল'লে। এই মদ আৰু ড্ৰাগেই এদিন তাইক ঠেলি দিলে হত্যাকাৰিণী হোৱাৰ পথলৈ।

যোৱা ৪ ফেব্ৰুৱাৰীৰ দিনা ৰাতিপুৱা টিভি চাই থাকোঁতে 'কার্লা' শব্দটো শুনাৰ লগে লগে মই কিয় হঠাৎ পোন হৈ বহিছিলো, কিয় মোৰ সমস্ত মনোযোগ কেন্দ্রীভূত হৈছিল টিভি-ৰ পর্দাত, সেই কথা এতিয়া নিশ্চয় ব্যাখ্যা নকৰিলেও হ'ব।

বাতৰি পঢ়োঁতাজনে কৈ যাবলৈ ধৰিলে—'কার্লাৰ ভাগ্য এতিয়া নির্ভৰ কৰিছে টেক্সাছৰ গৱর্ণৰ জর্জ বুছৰ ওপৰত (তেওঁ প্রাক্তন ৰাষ্ট্রপতি জর্জ বুছৰ পুত্র)। গৱর্ণৰ বুছে যদি কার্লাক ক্ষমাদান নকৰে, তেন্তে আৰু অলপ সময়ৰ পিছতে, ঠিক ছটা বাজি পঞ্চলিছ মিনিটত, কার্লাৰ শৰীৰত ইনজেকশ্যনৰ সহায়েৰে মাৰাত্মক বিষ প্রৱেশ কৰোৱাই তেওঁৰ মৃত্যুদণ্ড কার্যকৰী কৰা হ'ব। ইতিমধ্যে দেশ-বিদেশৰ অসংখ্য মানুহে কার্লাৰ প্রাণ-ভিক্ষা খুজি গৱর্ণৰ বুছলৈ আবেদন পঠিয়াইছে। সেইসকলৰ ভিতৰত পোপ জন পলো আছে। কিন্তু গৱর্ণৰ বুছে যদি সেই আটাইবোৰ আবেদন অগ্রাহ্য কৰে, তেন্তে ৬.৪৫ মিনিটত কার্লাই নিজৰ শৰীৰত কালান্তক ইনজেকশ্যন গ্রহণ কৰি শেষ নিশ্বাস ত্যাগ কৰিব।'

বাতৰি পঢ়োঁতাজনে এইখিনি কথা পঢ়ি থাকে মানে হঠাৎ পর্দাত ভাহি উঠিল কার্লাৰ ছবি। পিঠিৰ পিছফালে তেওঁৰ দুয়োখন হাতত হাত-কেৰেয়া লগোৱা আছে; সেই অৱস্থাতে তেওঁক লৈ যোৱা হৈছে কাৰাগাৰৰ সেইটো কক্ষলৈ—য'ত তেওঁক ইনজেকশ্যন দি হত্যা কৰা হ'ব। মৃত্যুৰ মুখলৈ ধীৰ অবিচল পদক্ষেপেৰে আগবঢ়া মহিলাগৰাকীৰ মুখত কিন্তু ভয় বা আতঙ্কৰ কোনো চিন নাই; বৰং তেওঁৰ মুখত লাগি আছে এটা স্নিগ্ধ করুণ হাঁহি। কাৰাগাৰত নিক্ষিপ্ত হোৱাৰ কেইদিনমানৰ পিছতে কার্লাই নিজৰ অপৰাধৰ কাৰণে অনুতাপ কৰি খ্রীষ্টিয়ান ধর্মত দীক্ষা লৈছিল; তেওঁক কোৱা হৈছিল born-again christian। কেৱল সেয়েই নহয়, কাৰাবন্দী হৈ থকা অৱস্থাতে তেওঁ এজন ধর্মযাজকক বিয়াও কৰিছিল। অৱশ্যে কোৱা বাহুল্য মাত্র যে তেওঁলোকৰ বিবাহ আছিল কেৱল হৃদয়ৰ বিবাহ; স্বামী-স্ত্রীৰূপে তেওঁলোকক এৰাতিৰ কাৰণেও একেলগে থাকিবলৈ দিয়া হোৱা নাছিল। কিন্তু কার্লাৰ ধর্মযাজক স্বামীয়ে দীর্ঘ ৮ বছৰ ধৰি প্রায় প্রতিদিনে কার্লাক কাৰাগাৰত দেখা কৰি তেওঁক নানা ধর্মোপদেশ দিছিল। মুঠতে মৃত্যুৰ কাৰণে অপেক্ষা কৰি কাৰাগাৰত থাকোঁতেই কার্লাৰ পুনর্জন্ম হৈছিল। সমগ্র বিশ্বৰ অন্যান্য হাজাৰ হাজাৰ মানুহৰ বাহিৰেও পোপ জন পলেও যে কার্লাৰ প্রাণৰক্ষাৰ কাৰণে আবেদন জনাইছিল—ইও আছিল তাৰ এটা প্রধান কাৰণ।

এসময়ত বাতৰি পঢ়া শেষ হ'ল। টিভি-ৰ পর্দাৰ পৰা কার্লাৰ ছবিখন অদৃশ্য হ'ল। কিন্তু মোৰ মনৰ পর্দাত চিৰকাললৈ অঙ্কিত হৈ গ'ল ধীৰ-স্থিৰ খোজেৰে আৰু হাঁহি মুখেৰে মৃত্যুৰ মুখলৈ আগবঢ়া কার্লাৰ ছবিখন—যিজনী কার্লাই ফুল-কুমলীয়া বাৰ বছৰ বয়সত দেহ-দান কৰিবলৈ বাধ্য হৈছিল কেইটামান মুদ্রাৰ বিনিময়ত।

কিন্তু তেতিয়াও ৬.৪৫ বাজিবলৈ কিছুসময় বাকী আছে। কার্লাৰ প্ৰাণভিক্ষা খুজি বহুত মানুহে প্ৰাৰ্থনা কৰি থকা বুলি টিভিয়ে খবৰ দিছে। ময়ো নীৰৱে সেই প্ৰাৰ্থনাত যোগ দিলো। টিভি ছেটৰ সন্মুখৰ পৰা মই উঠিব নোৱৰা হ'লো। ঘড়ীৰ টিক্ টিক্ শব্দৰ লগে লগে মই মোৰ হৃদ-স্পন্দনৰ শব্দও শুনিবলৈ পালো। মই টিভি-ৰ পৰ্দালৈ অপলক দৃষ্টিৰে চাই আছোঁ আৰু মনে মনে ভাবি আছোঁ—৬.৪৫ বজাত কার্লাৰ কি হ'ব? তেওঁৰ শৰীৰত কালান্তক বিষ প্ৰৱেশ কৰিব, নে তেওঁৰ কাণত প্ৰৱেশ কৰিব নতুন জীৱনৰ নিমন্ত্ৰণ?

সাত বজাত আকৌ আৰম্ভ হ'ল বি বি চি-ৰ বাতৰি। বাতৰি পঢ়োঁতাজনে বাতৰি পঢ়ি থকাৰ মাজতে এবাৰ ঘোষণা কৰিলে—'মাত্ৰ কেইমিনিটমানৰ আগতে, ঠিক ছয় বাজি পঞ্চলিছ মিনিটত, কার্লা ফেইয়ি টাকাৰৰ মৃত্যুদণ্ডৰ আদেশ কাৰ্যকৰী কৰা হ'ল।'

মুহূৰ্তৰ এটা মাত্ৰ ভগ্নাংশৰ কাৰণে মোৰ হৃৎ-স্পন্দন বন্ধ হৈ গ'ল। মোৰ চকুদুটা আপোনা-আপুনি সেমেকি উঠিল। বহুত বছৰৰ আগতে মই আমেৰিকান মহিলা কবি এড্‌না ছেইণ্ট ভিনচেণ্ট মিলেৰ A Prayer to Persephone নামৰ এটা কবিতা অসমীয়ালৈ অনুবাদ কৰিছিলো। কার্লাৰ মুখৰ কৰুণ মধুৰ হাঁহিটো মনত পেলাই মই মুখৰ ভিতৰতে বিৰ্‌বিৰাবলৈ ধৰিলো সেই কবিতাটোৰ এটা পংক্তি—

She, that had no need of me,
Is a little lonely child
Lost in hell. Persephone,
Take her head upon your knee,
Say to her. 'My dear, my dear,
It is not so dreadful here.'

# কৰ্মব্যস্ততা

মানুহৰ বয়স হিচাপ কৰিবলৈ আমি সাধাৰণতে মাত্ৰ এডাল মাপকাঠি ব্যৱহাৰ কৰোঁ ঃ সেইটো হৈছে ৰৈখিক সময়ৰ পৰিমাণ। উদাহৰণ স্বৰূপে ১৯৫০ চনত জন্মগ্ৰহণ কৰা এজন মানুহৰ বয়স ২০০০ চনত হ'ব ৫০ বছৰ। বয়সৰ এই হিচাপটোকেই একমাত্ৰ হিচাপ বুলি স্বতঃসিদ্ধভাৱে ধৰি লোৱা হয়। কিন্তু বয়সৰ এই কালানুক্ৰমিক হিচাপৰ বাহিৰেও আৰু এটা হিচাপ আছে। সেইটোক মনস্তাত্ত্বিক হিচাপ বুলি ক'ব পাৰি। উদাহৰণ স্বৰূপে এজন আশী বছৰীয়া মানুহৰ জৰাজীৰ্ণ শৰীৰত বাস কৰিব পাৰে এটা চল্লিশ বছৰীয়া যৌৱন-সুলভ সতেজ মন; আনহাতে এজন চল্লিছ বছৰীয়া মানুহৰ মনটো হ'ব পাৰে এজন আশী বছৰীয়া মানুহৰ মনৰ নিচিনা নিৰুদ্যম, নিৰুৎসুক আৰু জীৱন-বিমুখ। বয়সৰ অনুভূতি আন এটা কথাৰ ওপৰতো নিৰ্ভৰ কৰে। অপুষ্টি, অনিয়ম বা নানাবিধৰ ৰোগ-ব্যাধিয়ে যদি শৰীৰটো দুৰ্বল বা ধ্বংস কৰে, তেন্তে পূৰ্ণ যৌৱনতো এজন মানুহে নিজকে অকাল-বৃদ্ধ বুলি অনুভৱ কৰিব পাৰে? আনহাতে নিষ্ঠাৰে স্বাস্থ্যবিধি পালন কৰি দেহ-মন সুস্থ ৰাখিব পাৰিলে আশীৰ ডেওনা পাৰ হোৱা মানুহেও যৌৱনৰ প্ৰাণ-প্ৰাচুৰ্য অনুভৱ কৰিব পাৰে। আশী বছৰ বয়সত জৰ্জ ক্লিমাঞ্চোৱে (প্ৰথম বিশ্বযুদ্ধৰ সময়ত ফ্ৰান্সৰ প্ৰধানমন্ত্ৰী) এগৰাকী সুন্দৰী গাভৰুক দেখি সৰৱ স্বগতোক্তি কৰিছিল ঃ 'আহ্, এতিয়া যদি মোৰ বয়স সত্তৰ হৈ থাকিলহেঁতেন!' অৰ্থাৎ সত্তৰ বছৰ বয়সত তেওঁৰ হৃদয়ত বিৰাজ কৰিছিল জীৱনৰ বসন্ত ঋতু।

পৃথিৱীৰ সকলো দেশতেই মানুহৰ আয়ুস বাঢ়িব ধৰিছে। বাইবেলে মানুহৰ আয়ুস নিৰ্দিষ্ট কৰি দিছিল সত্তৰ বছৰ। কিন্তু পৃথিৱীৰ উন্নত দেশবোৰত সত্তৰ বছৰ বয়সত স্বাভাৱিক মৃত্যু হোৱা মানুহৰ সংখ্যা এতিয়া অতি কম। উন্নয়নশীল বা অনুন্নত দেশবোৰতো মানুহৰ আয়ুস-বৃদ্ধিৰ প্ৰৱণতা এনেকুৱা হৈছে যে অহা শতিকাত সেইবোৰ দেশৰ মানুহো সত্তৰ বছৰতকৈ বেছি সময় জীয়াই থকাৰ সম্ভাৱনাই বেছি। মানুহ বেছি বছৰ জীয়াই থকাৰ একমাত্ৰ অৰ্থ হ'ল এই যে মানুহৰ বাৰ্ধক্য হ'ব আগতকৈ বহুত বেছি দীঘলীয়া। সাধাৰণ অৰ্থত বাৰ্ধক্য মানেই দুৰ্বলতা, স্থবিৰতা আৰু জীৱনটোক ভোগ কৰাৰ অক্ষমতা। যদি সেয়েই হয়, তেন্তে মানুহৰ আয়ুস বৃদ্ধি হোৱাৰ ফলত কি লাভ হ'ব—যদিহে বৰ্ধিত আয়ুসখিনিয়ে বেছিভাগ মানুহৰ কাৰণেই মৃত্যুৰ

কাৰণে প্ৰতীক্ষাক আৰু বেছি দীঘলীয়া কৰাৰ বাহিৰে আন একো নকৰে? যেতিয়া আশী বছৰীয়া মানুহকেই দীৰ্ঘজীৱী বুলি ভবা হৈছিল, তেতিয়া তেনে এজন মানুহৰ বাৰ্ধক্য স্থায়ী হৈছিল খুব বেছি দহ বা পোন্ধৰ বছৰ। যদি অহা শতিকাত মানুহৰ আয়ুস নব্বৈ বছৰলৈ বাঢ়ে আৰু গোটেই পৃথিৱীতে কোটি কোটি মানুহ শতায়ু হয়, তেন্তে বাৰ্ধক্য স্থায়ী হ'ব কুৰি বছৰ বা তাতোকৈ বেছি। অৰ্থাৎ মৃত্যুৰ প্ৰতীক্ষা-কাল হ'ব দুগুণ।

কিন্তু কেৱল বাৰ্ধক্যৰ যন্ত্ৰণা আৰু মৃত্যুৰ প্ৰতীক্ষা দীঘলীয়া কৰিবৰ কাৰণেই নিশ্চয় মানুহৰ আয়ুস বৃদ্ধি হোৱা নাই। আয়ুস-বৃদ্ধি মানুহৰ সমুখত এটা নতুন প্ৰত্যাহ্বান হৈ থিয় দিছে। সফলভাৱে সেই প্ৰত্যাহ্বানৰ মোকাবিলা কৰিবলৈ হ'লে মানুহে এনে কিছুমান উপায় উদ্ভাৱন কৰিব লাগিব আৰু জীৱন-যাপনৰ প্ৰণালীত এনে কিছুমান পৰিৱৰ্তন ঘটাব লাগিব—যাৰ ফলত মানুহৰ যৌৱন এতিয়াতকৈ বেছি দীৰ্ঘস্থায়ী হ'ব আৰু বাৰ্ধক্যও হ'ব উপভোগ্য।

অলপতে ওৱাশ্বিংটন বিশ্ববিদ্যালয়ৰ কেইজনমান চিকিৎসা-বিজ্ঞানীয়ে গৱেষণা কৰি এই কথা প্ৰমাণ কৰি দেখুৱাইছে যে কামত ব্যস্ত হৈ থকা মানুহবোৰে আশী-নব্বৈ বছৰ বয়সতো জীৱনটো পৰিপূৰ্ণভাৱে উপভোগ কৰে; আনহাতে অলস আৰু নিষ্ক্ৰিয় জীৱন-যাপন কৰা বেছিভাগ মানুহেই পঞ্চাশ-ষাঠি বছৰ বয়সতে জীয়াই থকাৰ উদ্যম আৰু আনন্দ হেৰুৱাই পেলায়। কিন্তু আমি এই কথাটো জানিবৰ কাৰণে ১৯৯৯ চনত ওৱাশ্বিংটন বিশ্ববিদ্যালয়ৰ চিকিৎসা-বিজ্ঞানীসকলে কৰা গৱেষণাৰ ফলাফল জানিবলৈ অপেক্ষা কৰাৰ কোনো দৰকাৰ নাই। ১৯১২ চনতে চিকিৎসা-বিজ্ঞানৰ ন'বেল পুৰস্কাৰ পোৱা এলেক্সিছ কেৰেলে বহুত বছৰৰ আগতেই এই কথা কৈ থৈ গৈছে। 'Man, The Unknown' নামৰ বিখ্যাত কিতাপত তেওঁ লিখিছে—'কাম তথা পৰিশ্ৰমে সকলো শাৰীৰিক আৰু মানসিক কৰ্ম-দক্ষতা বৃদ্ধি কৰে। পেশীবোৰে যিমানেই বেছিকৈ কাম কৰে সিমানেই সেইবোৰ বেছি শক্তিশালী হয়। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰৰ দৰেই বুদ্ধি আৰু নৈতিক চেতনাও পৰিশ্ৰম তথা অনুশীলনৰ অভাৱত মৃতপ্ৰায় হয়। ব্যক্তিৰ সৰ্বাধিক বিকাশৰ কাৰণে যিটো বস্তু আটাইতকৈ দৰকাৰী সেইটো হ'ল অবিৰাম কৰ্মোদ্যম। প্ৰধানকৈ বৌদ্ধিক আৰু নৈতিক অনুশাসনৰ সহায়তহে আমি নিজকে পুনৰ্নিৰ্মাণ কৰিব পাৰোঁ। বিশেষকৈ মধ্য বয়স আৰু বৃদ্ধ বয়সত এনে ধৰণৰ অনুশাসন বেছি দৰকাৰী।'

প্ৰায় একে কথাকেই বাৰ্ট্ৰাণ্ড ৰাছেলেও কৈছে আজিৰ পৰা আঢ়ৈ কুৰিমান বছৰৰ আগতে লেখা তেওঁৰ এখন ৰচনাত। তেওঁৰ মতে সকলো সুখী মানুহৰ এটা সাধাৰণ বৈশিষ্ট্য হ'ল এই যে তেওঁলোক সকলো সময়তে কৰ্মব্যস্ত হৈ থাকে। ৰাছেলে আৰু

এষাৰ ভাল কথা কৈছে। নদী তাৰ উৎসৰ পৰা ওলাবৰ সময়ত ঠেক আৰু সৰু হৈ থাকে। যিমানেই সি সাগৰৰ কাষ চাপে সিমানেই সি বহল হ'বলৈ আৰম্ভ কৰে। ৰাছেলৰ মতে মানুহৰ জীৱনটোও হোৱা উচিত তেনেকুৱা। জীৱনৰ আগ বয়সত মানুহ নিজকে লৈ বেছি ব্যস্ত হৈ থাকে; বয়স বঢ়াৰ লগে লগে মানুহ ব্যস্ত হৈ পৰে নিজৰ পৰিয়াল আৰু আত্মীয়-স্বজনক লৈ। কিন্তু ৰাছেলৰ মতে জীৱনৰ শেষ বয়সত মানুহৰ কৰ্মক্ষেত্ৰ এনেকৈ প্ৰসাৰিত হোৱা উচিত—যাতে সি তেওঁৰ সমাজখনকো সামৰি ল'ব পাৰে। আয়ুস বঢ়াৰ ফলত মানুহৰ বাৰ্ধক্য আগতকৈ বহুত বেছি দীঘলীয়া হ'ব। সেই সময়খিনিত যদি বৃদ্ধ লোকসকলে নানা ধৰণৰ সমাজ-সেৱাৰ কামত আত্ম-নিয়োগ কৰে, তেন্তে বৃদ্ধ লোকসকল আৰু তেওঁলোকৰ সমাজখন উভয়েই সমানে উপকৃত হ'ব। ওৱাশ্বিংটন বিশ্ববিদ্যালয়ৰ গৱেষকসকলেও কৈছে যে বৃদ্ধ লোকসকলে জীয়াই থকাৰ আনন্দ পাবলৈ হ'লে তেওঁলোক যিকোনো কামত উদ্দেশ্যহীনভাৱে ব্যস্ত হৈ থাকিলেই নহ'ব; যিবোৰ কামে তেওঁলোকক সমাজখনৰ লগত বেছিকৈ যুক্ত আৰু জড়িত কৰে তেনেবোৰ কামেহে তেওঁলোকৰ জীৱন আনন্দময় কৰি ৰাখিব। গতিকে নতুন শতিকাত মানুহৰ বাৰ্ধক্য মৃত্যুৰ প্ৰতীক্ষাৰ পৰিৱৰ্তে হ'ব লাগিব জীৱনৰ সাধনা।

# সুখাদ্যৰ মধুৰ স্মৃতি

ভোজন-বিলাসী মানুহ বুলিলে যেনেকুৱা মানুহক বুজা যায় তেনেকুৱা মানুহ মই একেবাৰেই নহওঁ। বৰং জিভাৰ জুতিতকৈ খাদ্যৰ পুষ্টিৰ দিশটোৰ ওপৰত মই বেছি গুৰুত্ব দিওঁ। মই মোৰ একাধিক স্বাস্থ্য সম্পৰ্কীয় লেখাৰ যোগেদি এই কথাটোও জনপ্ৰিয় কৰিবলৈ চেষ্টা কৰিছোঁ যে ধনী মানুহৰ ৰোগবোৰৰ পৰা ৰক্ষা পাই চলিবলৈ হ'লে মানুহে দুখীয়া মানুহৰ আহাৰ ভাল পাবলৈ শিকা উচিত। গতিকে মই যেতিয়া সুখাদ্যৰ কথা কওঁ তেতিয়া বুজিব লাগিব যে মোৰ সুখাদ্য ফাইভ ষ্টাৰ হোটেলৰ ৰেস্তোৰাঁত পোৱা সুখাদ্য বা ৰন্ধন-প্ৰণালীৰ কিতাপ চাই তৈয়াৰ কৰা সুখাদ্য নহয়। মোৰ সুখাদ্যৰ সংজ্ঞা সম্পূৰ্ণ বেলেগ। বহু বছৰৰ আগতে খোৱা যিবোৰ সুখাদ্যৰ মধুৰ স্মৃতি মই এতিয়াও পাহৰিব পৰা নাই আৰু যিবোৰৰ সোৱাদ এতিয়াও মোৰ জিভাত লাগি আছে সেইবোৰ সুখাদ্যৰ প্ৰধান উপকৰণ আছিল হয় মোৰ পেটৰ ভোকৰ জ্বালা, অথবা গৃহস্থৰ স্নেহাতিশয্য। আন কথাত ক'বলৈ গ'লে মোৰ সেইবোৰ খাদ্যক সুস্বাদু আৰু লোভনীয় কৰি তুলিছিল হয় পেটৰ ক্ষুধাই, অথবা হৃদয়ৰ আৱেগে।

কেইটামান উদাহৰণ দিওঁ।

মোৰ ঘৰ ঢকুৱাখনাত, কিন্তু মই পঢ়িছিলো ডিব্ৰুগড় চৰকাৰী হাইস্কুলত। অসমৰ 'কলীয়াপানী' নামেৰে পৰিচিত ঢকুৱাখনা তেতিয়া আছিল এখন অতি দুৰ্গম ঠাই। ১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰাৰ পিছতহে প্ৰতিৰক্ষাৰ প্ৰয়োজনত ঢকুৱাখনাকে ধৰি উত্তৰ লখিমপুৰ অঞ্চলটোত যাতায়াতৰ ব্যৱস্থা ক্ৰমাৎ উন্নত হ'বলৈ আৰম্ভ কৰে। ডিব্ৰুগড়ত পঢ়ি থাকোঁতে আমি খৰালি কালত আধা বাট খোজ কাঢ়ি আৰু শিৱসাগৰৰ পৰা বাকী আধা বাট বাছেৰে ডিব্ৰুগড়লৈ গৈছিলো। বাৰিষা কালত নাৱৰ বাহিৰে আন একো গতি নাছিল। অৱশ্যে আমি নিজে নাও ভাৰা কৰিব লগা হোৱা নাছিল। সেই সময়ত ঢকুৱাখনা অঞ্চলৰ আটাইবোৰ দোকানী-পোহাৰীয়ে ডিব্ৰুগড়ৰ মাৰোৱাৰী মহাজনৰ পৰা পাইকাৰী দৰত মাল-বস্তু কিনি আনি নিজৰ দোকানত খুচুৰা হিচাপত বিক্ৰী কৰিছিল। মাল-বস্তু ঢকুৱাখনালৈ অনা হৈছিল তিনিশ-চাৰিশ মোনীয়া প্ৰকাণ্ড মাঝি নাৱেৰে। নাওবোৰ ডিব্ৰুগড়লৈ ঘূৰি যাওঁতে লৈ গৈছিল গোটেই বছৰ ধৰি ঢকুৱাখনাৰ মাৰোৱাৰী মহাজনৰ দোকানত সংগৃহীত ধান-মাহ-সৰিয়হ ইত্যাদি। বাৰিষা কালত আমি সেই মাঝি নাৱতেই ডিব্ৰুগড়লৈ অহা-যোৱা

কৰিছিলো। ভাৰা আছিল নামমাত্ৰ। তদুপৰি দুবেলাৰ আহাৰ—ভাত-দাইল-আলুভাজি—বিনামূলীয়াকৈ আমাক যোগান ধৰিছিল নাৱৰ মাঝিসকলেই। মুকলি আকাশৰ তলত মাঝি নাৱৰ নিমখ-দাইলৰ বস্তাত বহি খোৱা সেই ভাত-দাইল-আলুভাজি আমাৰ জিভাত ইমান অমৃত যেন লাগিছিল যে তাৰ সোৱাদ অন্ততঃ মই আজিও পাহৰিব পৰা নাই।

মাঝি নাৱত অহা-যোৱা কৰাৰ এটা ডাঙৰ অসুবিধা আছিল এই যে যাত্ৰাৰ দিন-ক্ষণ আমি ঠিক কৰিব নোৱাৰিছিলো; মাঝিসকলে যেতিয়া যাবলৈ ঠিক কৰে, অৰ্থাৎ যেতিয়া তেওঁলোকৰ প্ৰস্তুতি সম্পূৰ্ণ হয়, তেতিয়াহে আমি যাব পাৰিছিলো। ফলত স্কুলৰ গৰমৰ বন্ধ আৰম্ভ হোৱাৰ কেবাদিনৰ পিছলৈকে আমি কেতিয়াবা মাঝি নাৱৰ যাত্ৰাৰ অপেক্ষাত বহি থাকিব লগা হৈছিলো। ঠিক সেইদৰে ঢকুৱাখনাৰ পৰা ডিব্ৰুগড়লৈ ঘূৰোঁতেও কেতিয়াবা স্কুল খোলাৰ কেবাদিনৰ আগতেই আমি ডিব্ৰুগড়লৈ যাবলৈ বাধ্য হৈছিলো।

মাঝি নাৱেৰে ডিব্ৰুগড়লৈ যাবলৈ কমেও তিনিদিন লাগে, কাৰণ নৈৰে উজাই যাব লাগে। ঢকুৱাখনা আৰু ডিব্ৰুগড়ৰ মাজত অহা-যোৱা কৰিব লগা হোৱা মানুহৰ সংখ্যা খুব কম নাছিল। আমাৰ গাঁৱত ৰমাকান্ত শৰ্মা নামৰ এজন ধনী মানুহ আছিল। তেওঁ হিচাপ কৰি দেখিলে যে ডিব্ৰুগড় আৰু ঢকুৱাখনাৰ মাজত যদি এখন মেচিন-বোট অৰ্থাৎ ইঞ্জিন-চালিত নাৱৰ চলাচলৰ ব্যৱস্থা কৰা হয়, তেন্তে সি এটা ভাল ব্যৱসায় হ'ব পাৰে। মাঝি নাৱৰ তিনিদিনৰ পৰিৱৰ্তে মেচিন নাৱেৰে ডিব্ৰুগড় পাবলৈ লাগিব মাত্ৰ এদিন।

জীৱনত প্ৰথমবাৰৰ কাৰণে আমি কুৰিজনমান যাত্ৰী এদিন মেচিন নাৱত উঠি ডিব্ৰুগড়লৈ যাত্ৰা কৰিলো। যাত্ৰীসকলৰ ভিতৰত এজন আছিল কৃষ্ণ শৰ্মা—ৰমাকান্ত শৰ্মাৰ পুতেক আৰু মোৰ বাল্যবন্ধু। মই ডিব্ৰুগড়ৰ চৰকাৰী হাইস্কুলত পঢ়িছিলো; কৃষ্ণই পঢ়িছিল জৰ্জ হাইস্কুলত। ৰাতিপুৱাই যাত্ৰা কৰা মেচিন নাওখনে চাবিকড়িয়া নৈ অতিক্ৰম কৰি দুপৰীয়া পৰত ব্ৰহ্মপুত্ৰত পৰিলগৈ, আৰু বীৰ বিক্ৰমেৰে ব্ৰহ্মপুত্ৰৰ পানী ভাঙি ডিব্ৰুগড় অভিমুখে আগবাঢ়িবলৈ ধৰিলে। কিন্তু ডিব্ৰুগড় পাবলৈ বহুদূৰ বাট থাকোঁতেই নাওখনৰ ইঞ্জিন বিকল হ'ল, অৰ্থাৎ নাওখন নচলা হ'ল।

ব্ৰহ্মপুত্ৰৰ যিখিনি ঠাইত আমাৰ নাওখন অচল হ'ল তাৰ দুয়ো পাৰে আমি দেখিবলৈ পালো কেৱল অটব্য অৰণ্য। ড্ৰাইভাৰে ইঞ্জিন মেৰামতি কৰিবলৈ চেষ্টা কৰি থাকোঁতেই বেলি মাৰ গ'ল; অন্ধকাৰে চৌদিশ ঢাকি ধৰিলে। সকলো যাত্ৰীয়েই বুজিলে যে অনাহাৰে নাৱত শুই থাকি ৰাতি পুৱাবৰ কাৰণে অপেক্ষা কৰাৰ বাহিৰে আমাৰ গত্যন্তৰ নাই। ঘৰত ৰাতিপুৱাই ভাত খাই দিনটোলৈ ওলাই অহা যাত্ৰীসকলে আবেলি

পৰত ঘৰৰ পৰা লৈ অহা জলপান খাইছিল; ৰাতিটো বাটতে খপিব লাগিব বুলি কোনেও ভবা নাছিল। নিৰ্দিষ্ট সময়ত খাবলৈ পোৱাৰ সম্ভাৱনা নাথাকিলে বা লঘোন খাটিব লাগিব বুলি আগতেই জানিব পাৰিলে ভোকৰ জ্বালা সাধাৰণতে বেছি হয়। আমাৰো ঠিক সেইটোৱেই হ'ল। গধূলি হোৱাৰ লগে লগে আমি বেছিভাগ যাত্ৰীয়ে ভোকৰ জ্বালাত চেঙালুটি পাৰিবলৈ ধৰিলো। চৌদিশে কেবামাইল দূৰলৈকে জনবসতি থকাৰ কোনো প্ৰমাণ পোৱা নগ'ল। মানুহৰ গাঁও-ভুঁই থাকিলে সাজ লগাৰ লগে লগে আকাশত ধোঁৱাৰ কুণ্ডলী দেখা যায় বা কুকুৰৰ ভুক্‌ভুকনি শুনা যায়। ... ... ভোকৰ জ্বালা পেটত লৈয়ে আমি এসময়ত টোপনিৰ কোলাত ঢলি পৰিলো। মনত কেৱল এটাই দুশ্চিন্তা ঃ কাইলৈ যে নাৱৰ ইঞ্জিন ভাল হ'ব তাৰ নিশ্চয়তা কি?

পিছদিনা যেতিয়া দহমান বজালৈকে ইঞ্জিন ভাল হোৱাৰ কোনো লক্ষণ দেখা নগ'ল, তেতিয়া আমি কম বয়সীয়া যাত্ৰীবোৰ ভোকত বলিয়াৰ নিচিনা হ'লো। অভিভাৱক-স্বৰূপ বয়সীয়া যাত্ৰীসকলৰ অনুমতি লৈ আমি পাঁচজনমান ল'ৰা খাদ্যৰ সন্ধানত বাহিৰ হ'লো। ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে মিছিংসকলৰ বসতি। আমি ঠিক কৰিলো যে হাবি-বন ফালি ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গৈ থাকিলে এঠাইত নহয় এঠাইত আমি নিশ্চয় এখন মিছিং গাঁৱত ওলামগৈ। ইঞ্জিন ভাল হোৱাৰ কাৰণে অনিশ্চিত প্ৰতীক্ষাত বহি থাকি ভোকত আধামৰা হোৱাতকৈ এনেকৈ ভাগ্য পৰীক্ষা কৰাটো বহুগুণে বেছি ভাল।

দুঘণ্টামান খোজ কঢ়াৰ পিছত আমি সঁচাকৈয়ে দূৰত এখন মিছিং গাঁও দেখিবলৈ পালো। অৱশ্যে গাঁওখন দেখাৰ আগতেই আমি বতাহত গাঁওখনৰ চিনাকি গোন্ধটো পাইছিলো—যিটো গোন্ধ মিছিং গাঁৱৰ একান্ত নিজস্ব বৈশিষ্ট্য। গাঁওখনৰ গোন্ধটো নাকত লগাৰ লগে লগে আনন্দত বলিয়াৰ দৰে হৈ আমি গাঁওখনৰ ফালে দৌৰিবলৈ ধৰিলো। দূৰৈৰ পৰাই দেখিলো—এজন ডেকা মানুহ নৈ-ঘাটৰ ফালে গৈ আছে। আমি গাঁওখন এৰি এইবাৰ তেওঁক লক্ষ্য কৰি দৌৰিবলৈ ধৰিলো। পাঁচজনমান ল'ৰা তেওঁৰ ফালে দৌৰি যোৱা দেখি ডেকাজন থমকি ৰ'ল। ডেকাজনৰ ওচৰ পাই আমি নিজৰ চকুকেই বিশ্বাস কৰিব নোৱাৰিলো। এইটো দেখোন দেৱেন পাটিৰ, আমাৰ বাল্যবন্ধু!

কেইবছৰমানৰ আগতে দেৱেনৰ দদায়েক ডাঃ ধনবৰ পাটিৰ ঢকুৱাখনাত ডাক্তৰ হৈ আছিল। দেৱেনে দদায়েকৰ লগত থাকি এবছৰ নে দুবছৰ ঢকুৱাখনা হাইস্কুলত পঢ়িছিল। ভোকৰ জ্বালাত ক্ষিপ্ত হৈ খাদ্যৰ সন্ধানত ঘূৰি ফুৰোঁতে এই অচিন-অজান ঠাইত আমি যে আমাৰ বাল্যবন্ধুক লগ পাই যাম—এনে এক অকল্পনীয় সৌভাগ্যৰ কাৰণে আমি একেবাৰেই প্ৰস্তুত নাছিলো।

দেৱেনক লগ পাই আমি যিমান আনন্দিত হ'লো—ঠিক সিমানেই বা তাতোকৈ

বেছিহে আনন্দিত হ'ল দেৱেন। ঢকুৱাখনাত এৰি থৈ অহা মৰমৰ বন্ধুবোৰক জীৱনত দ্বিতীয়বাৰ লগ পোৱাৰ আশা সি কেতিয়াও কৰা নাছিল। আনহাতে, দেৱেনক লগ পাই আমি যিমান আনন্দ পালো, তাতোকৈ বেছি আনন্দ পালো এই কথা ভাবি যে প্ৰায় ডেৰটা দিন লঘেনে থকাৰ পিছত আমি অৱশেষত পেট ভৰাই খাবলৈ পাম।

দেৱেনক অনুসৰণ কৰি আমি তাৰ ঘৰলৈ গৈ থাকোঁতেই কৃষ্ণই দেৱেনক উদ্দেশ্য কৰি ক'লে, 'দেৱেন, ভোকত আমাৰ পেটৰ কেঁচু-কুমটিবোৰ কেতিয়াবাই মৰিল। তোমাৰ ঘৰ গৈ পোৱাৰ লগে লগে কৰ্কৰা-পইতা যি আছে তাকে আমাক খাবলৈ দিব লাগিব। আলহী আহিছে বুলি বিশেষ ৰন্ধা-বঢ়াৰ আয়োজন কৰিব নোৱাৰিবা। ৰৈ থাকিবলৈ আমাৰ ধৈৰ্য নহ'ব।'

দেৱেনে একো নকৈ কেৱল হাঁহিলে।

আমি প্ৰায় এঘণ্টামান অপেক্ষা কৰিব লগা হ'ল। অৱশ্যে চাঙত গৈ বহাৰ লগে লগে বাতিয়ে বাতিয়ে আপং (চাউলৰ পৰা কৰা মদ) আহিবলৈ ধৰিলে, আৰু আপং খাই আমাৰ পেটৰ জ্বালা বহুতখিনি শাঁত পৰিল। বিপদ হ'ল কেৱল কৃষ্ণৰ। জাতত সি বামুণ, আৰু সেই যুগত গাঁৱলীয়া বামুণৰ ল'ৰাই মদ বা আপং খোৱাৰ কথা সপোনতো ভাবিব পৰা নাছিল। ইছাট-বিছাট কৰি সি ভাতৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে।

অৱশেষত ভাত আহিল। ভাত আৰু দাইল। সোনকালে ভাত দিবলৈ আমি ইমান তাগিদা দিছিলো যে তাতকৈ বেছি কিবা ৰান্ধিবলৈ ৰান্ধনীৰ সময় নাছিল। তদুপৰি ভোকত আমি ইমান বেছি কাতৰ হৈছিলো যে কেৱল ভাত আৰু দাইলৰ গোন্ধেই আমাৰ নাকত অমৃত যেন লাগিছিল।

দাইলখিনি ভাতত ঢালি দিয়াৰ লগে লগে কিবা এটা ক'লা বৰণৰ বস্তু মোৰ চকুত পৰিল। হাতেৰে চুই চাই বস্তুটো খুব টান যেন পালো। নাকেৰে শুঙি শুকান মঙহ বুলি বুজি পালো; কিন্তু কিহৰ মঙহ সেইটো জানিবলৈ বস্তুটো খাই চাব লগা হ'ল। জিভাত বস্তুটো পৰাৰ লগে লগেই বুজি পালো যে সি আছিল শুকান গাহৰি-মঙহ।

মই চকুৰ কোণেৰে কৃষ্ণলৈ চালো। গাহৰিৰ মঙহ বুলি বুজি পালে তাৰ নিশ্চয় বমি আহিব। বেচেৰাৰ ভাত খোৱা আৰু নহ'ব। উশাহ বন্ধ কৰি সিনো কি কৰে সেইটোকে মই চাই থকিবলৈ ধৰিলো। অচিনাকি গোন্ধটো পায়েই সি নিশ্চয় বুজি পাইছে যে সেয়া গাহৰিৰ মঙহ। সি শুকান গাহৰি-মঙহৰ টুকুৰাবোৰ এটা এটাকৈ দাইলৰ মাজৰ পৰা উলিয়াই চাঙৰ কামিবোৰৰ ফাঁকেদি মাটিলৈ পেলাবলৈ ধৰিলে। তাৰ পিছত সি ভাত আৰু দাইল সানি লৈ খাবলৈ ধৰিলে। খাই থকাৰ মাজতে সি

বোধহয় এবাৰ অনুভৱ কৰিলে যে মই কৌতূহলী দৃষ্টিৰে তাৰ মুখৰ ফালে চাই আছোঁ। খোৱাৰ পৰা মূৰ দাঙি সি মোৰ ফালে চাই ক'লে, 'কি কৰিবা ভাই, আতুৰে নিয়ম নাস্তি।' কেইমিনিটমানৰ পিছত সি ৰান্ধনীৰ ফালে চাই চিঞৰ মাৰিলে, 'আই, মোক আৰু অলপ ভাত-দাইল দিয়কচোন।'

দেৱেনহঁতৰ ঘৰৰ পৰা বিদায় লৈ আমি যেতিয়া মেচিন নাও থকা ঠাইলৈ বুলি খোজ ল'লো, তেতিয়া প্ৰথম মাত লগালে কৃষ্ণই, 'হোমেন, ভাত নহয় অমৃত। এনেকুৱা অমৃত-তুল্য আহাৰ জীৱনত দ্বিতীয়বাৰ খাবলৈ পাম বুলি মই হ'লে কেতিয়াও আশা নকৰোঁ।'

কৃষ্ণৰ কথাৰ লগত আমি গোটেইবোৰে সৰ্বান্তঃকৰণেৰে একমত হ'লো। কৃষ্ণৰ কথা ক'ব নোৱাৰোঁ; কিন্তু মই হ'লে এনে অমৃত-তুল্য আহাৰ আৰু কেবাবাৰো খাবলৈ পাইছিলো। উদাহৰণ স্বৰূপে ঘোৰ বাৰিষাৰ সময়ৰ এটা দুৰ্যোগৰ নিশাত দিচাংমুখৰ 'পেগু হোটেল'ত খোৱা এসাঁজ ভাতৰ কথা ক'ব পাৰি।

# অফলা গাঁৱত এটি অভিনৱ কবিতা-সন্ধ্যা

'দিচাংমুখৰ এবাটি আপঙেৰে' অসমৰ বহুতো কাব্যানুৰাগী মানুহৰ হৃদয় মতলীয়া কৰি ৰখা উদীয়মান কবি গঙ্গামোহন মিলিয়ে প্ৰায় দুবছৰমানৰ আগৰে পৰাই তেওঁলোকৰ গাঁৱলৈ মোক নিমন্ত্ৰণ কৰি আছিল। দিচাংমুখৰ লগত মোৰ কৈশোৰ আৰু যৌৱনৰ বহুতো মধুৰ স্মৃতি বিজড়িত হৈ আছে। সেই সময়ত অসমৰ কলীয়াপানীস্বৰূপ ঢকুৱাখনাৰ লগত বাহিৰৰ জগতৰ সংযোগ স্থাপন কৰা আটাইতকৈ চমু বাটটো আছিল দিচাংমুখৰ পৰা শিৱসাগৰলৈ যোৱা বাট। আমি ঢকুৱাখনাৰ পৰা প্ৰায় দহ মাইল বাট খোজ কাঢ়ি আহি ব্ৰহ্মপুত্ৰ আৰু দিচাং নৈ পাৰ হৈ দিচাংমুখত ভৰি দিওঁ, আৰু তৰ পৰা খোজ কাঢ়ি বা বাছত উঠি শিৱসাগৰলৈ যাওঁ। বাটৰ ভাগৰ দূৰ কৰিবলৈ কিছুসময় দিচাংমুখৰ চাহ-মিঠাইৰ দোকানত চাহপানী-নিম্‌কি খাই জিৰণি লওঁ; কেতিয়াবা তাতেই ৰাতিটোও বঞ্চিব লগা হয়। ১৯৬২ চনৰ চীন-ভাৰত যুদ্ধৰ পিছত সোৱণশিৰি নৈৰ ওপৰত দলং নিৰ্মাণ কৰা হ'ল, আৰু ঢকুৱাখনা আৰু উত্তৰ লক্ষীমপুৰৰ মাজত বাছ চলাচল কৰিবলৈ আৰম্ভ কৰিলে। ইয়াৰ ফলত ঢকুৱাখনাৰ পৰা শিৱসাগৰলৈ বাটকুৰি বাই যোৱাৰ প্ৰয়োজন নোহোৱা হ'ল, আৰু মোৰো দিচাংমুখৰ লগত বিচ্ছেদ ঘটিল। কিন্তু দীৰ্ঘ বিচ্ছেদেও দিচাংমুখৰ প্ৰতি মোৰ হৃদয়ত থকা প্ৰবল আকৰ্ষণ হ্ৰাস কৰিব নোৱাৰিলে। বৰং সেই আকৰ্ষণ আগতকৈ দুগুণে বৃদ্ধি কৰিলে গঙ্গামোহনৰ কবিতাই। সেই কাৰণে তেওঁৰ নিমন্ত্ৰণ পায়েই দিচাংমুখলৈ মোৰ মনটোৱে ঢাপলি মেলিছিল। কিন্তু বাস্তৱত তালৈ যোৱাটো সম্ভৱ হ'ল মাত্ৰ সৌ সিদিনা—২১ জুন তাৰিখে।

২১ জুনত মই শিৱসাগৰত থাকিব লগা হৈছিল সেউজ-কোঁৱৰ পৰাগ চলিহাৰ প্ৰথম মৃত্যু বাৰ্ষিকী উপলক্ষে আয়োজিত ৰাজহুৱা সভাত নিমন্ত্ৰিত অতিথি হিচাপে উপস্থিত থাকিব লগা হোৱাৰ কাৰণে। সভাৰ শেষত আবেলি তিনি বজাত মই গঙ্গামোহনৰ গাঁও অফলালৈ যাত্ৰা কৰিলো। মটৰ গাড়ীত মোৰ সহযাত্ৰী আছিল 'আমাৰ অসম'ৰ দিচাংমুখ-সংবাদদাতা মনোজ গগৈ আৰু এজন স্থানীয় ডেকা মহেন্দ্ৰ দিবাকৰ চুতীয়া। অফলা গাঁওখন দিচাংমুখৰ পৰা ভাটিৰ ফালে প্ৰায় তিনি মাইল দূৰত অৱস্থিত। তালৈ যোৱাৰ একমাত্ৰ ৰাস্তা হ'ল ব্ৰহ্মপুত্ৰৰ পাৰৰ মথাউৰিটো। শিৱসাগৰৰ পৰা অফলা গাঁৱলৈ এই গোটেই বাটছোৱা ইমান দুৰ্গম যে মাত্ৰ কুৰি কিলোমিটাৰ বাট

অতিক্ৰম কৰিবলৈ সময় লাগিছিল প্ৰায় এঘণ্টা। আবেলি প্ৰায় চাৰিমান বজাত আমি গঙ্গামোহনৰ ঘৰত ভৰি দিলো।

বেছিভাগ মিছিং মানুহৰ দৰেই গঙ্গামোহনৰ ঘৰটোও চাংঘৰ। কিন্তু তফাৎ এইখিনিতেই যে বাঁহ-বেত আৰু ইকৰা-খাগৰিৰ পৰিবৰ্তে তেওঁলোকৰ ঘৰটো সজা হৈছে কাঠেৰে। চাংঘৰটোত ভৰি দিয়েই তেওঁলোকৰ আৰ্থিক সচ্ছলতাৰ কথা অনুমান কৰিব পাৰি। ঘৰৰ পদুলিমুখতে আমাক আদৰণি জনালে গঙ্গামোহনৰ ককায়েক মাণিক মিলি আৰু তেওঁৰ কলেজত পঢ়া ডেকা পুতেকে। অৱশ্যে আমাক আদৰণি জনাবলৈ আৰু এজন ডেকা মানুহ তাত উপস্থিত আছিল। তেওঁ হ'ল দিচাংমুখৰ অনিল পাংগিং। মই 'সূত্ৰধাৰ'ৰ সম্পাদক হৈ থকাৰ সময়ৰে পৰা এই প্ৰতিভাৱান ডেকা কবিজনৰ কবিতা প্ৰকাশ কৰি আহিছোঁ। 'আমাৰ অসম'তো তেওঁৰ কবিতা প্ৰকাশ হৈছে। মই তেওঁৰ কবিতাৰ প্ৰতি বিশেষভাৱে অনুৰক্ত। যিকেইজন কবিয়ে যোৱা এটা দশকত অসমীয়া কবিতাৰ ভাব-ভাষা-উপমাক এটা নতুন ৰূপ দিছে, তেওঁলোকৰ তালিকাত মই গঙ্গামোহন মিলি আৰু অনিল পাংগিঙকো ঠাই দিব খোজোঁ। লগতে মই এই কথাও ক'ব খোজোঁ যে সাম্প্ৰতিক কালৰ অতি শক্তিশালী কবিসকলৰ ভিতৰত বিশেষভাৱে নাম ল'ব লগীয়া কেবাজনো কবি ওলাই আহিছে মিছিং জনগোষ্ঠীৰ পৰা। ... ... সি যি কি নহওক, মই অনিল পাংগিঙৰ কবিতা ভাল পালেও এই কথা জনা নাছিলো যে তেওঁ দিচাংমুখৰ মানুহ—যিখন দিচাংমুখৰ লগত জড়িত হৈ আছে মোৰ বহুতো মধুৰ স্মৃতি আৰু গভীৰ আৱেগ। অনিল দিচাংমুখৰ মানুহ হোৱাৰ কাৰণেই মই যেন হঠাৎ তেওঁৰ কবিতাক অলপ বেছি ভাল পাই পেলালো।

পদুলিমুখৰ আদৰণি-পৰ্ব সমাপ্ত হোৱাৰ পিছত গঙ্গামোহনৰ চাংঘৰত আমাক আদৰণি জনালে তেওঁৰ শিক্ষয়িত্ৰী-পত্নী কনকা আৰু ঘৰৰ অন্যান্য মহিলাসকলে। নেমুটেঙাৰ ৰস দিয়া ফিকা চাহ খাই আমি অলপ সময় জিৰণি ল'লো। তাৰ পিছত গাঁওখন আৰু তাৰ চৌপাশৰ প্ৰাকৃতিক দৃশ্য চোৱাৰ উদ্দেশ্যে আমি খোজ কাঢ়ি ফুৰিবলৈ ওলালো। আমাৰ পাঁচজনীয়া দলটোত মোৰ বাহিৰেও আছিল অনিল, গঙ্গামোহন, মনোজ আৰু মহেন্দ্ৰ দিবাকৰ। ব্ৰহ্মপুত্ৰৰ জৰাজীৰ্ণ মথাউৰিয়েদি আমি ভাটিলৈ মুখ কৰি গৈ থাকোঁতে গাঁৱৰ আৰু কেবাজনো ডেকাই আমাৰ দলত যোগ দিলে।

কেবাদিনো একে-লেথাৰিয়ে বৰষুণ দি থকাৰ ফলত বাটটো বোকা হৈছিল; বাটৰ দুয়ো কাষৰ বহল পথাৰবোৰ আৰু ব্ৰহ্মপুত্ৰৰ এৰাসুঁতিটো পানীৰে উপচি পৰিছিল। দিগন্তলৈকে বিস্তৃত বিশাল সেউজীয়া পথাৰ আৰু কজলা পানীৰ ওপৰত মেঘৰ ছাঁ

পৰি এটা অপৰূপ সুন্দৰ বিষাদ-গম্ভীৰ দৃশ্যৰ সৃষ্টি হৈছিল। কিন্তু সঁচা কথা ক'বলৈ গ'লে প্ৰাকৃতিক সৌন্দৰ্য উপভোগ কৰিব পৰাৰ জোখাৰে মানসিক অৱস্থা সেই সময়ত মোৰ নাছিল। ইতিমধ্যে ব্ৰহ্মপুত্ৰৰ বানপানী আৰু গৰাখহনীয়াই জুৰুলা কৰা স্থানীয় মানুহবোৰৰ সীমাহীন দুখ-কষ্টৰ কাহিনী মোৰ কাণত পৰিছিল; বাটেদি গৈ থাকোঁতেও মোৰ চকুত পৰিছিল জীৱন-যুদ্ধত পৰাজয় বৰণ কৰা মানুহবোৰৰ ক্লান্ত আৰু কৰুণ মুখবোৰ। চৌদিশৰ অপৰূপ প্ৰাকৃতিক সৌন্দৰ্যই মোক মুগ্ধ কৰিব খোজোঁতেই মোৰ মনলৈ এই ভাব আহিছিল যে প্ৰকৃতিৰ এই ৰম্যপুৰীত বাস কৰা মানুহবোৰৰ বহুতৰে জীৱন কিন্তু দুখ আৰু যন্ত্ৰণাৰে পৰিপূৰ্ণ। সুন্দৰী প্ৰকৃতি মানুহৰ দুখ-কষ্টৰ প্ৰতি সমূলি উদাসীন।

বেলি পৰাৰ লগে লগে আমি গঙ্গামোহনৰ ঘৰলৈ ঘূৰি আহিলো। তেওঁলোকৰ টুংগুং অৰ্থাৎ আলহী-ঘৰত বহাৰ লগে লগে অনিল পাংগিঙে কোৱা এষাৰ কথাই মোক অতিকৈ আনন্দ দিলে। সকলোকে উদ্দেশ্য কৰি তেওঁ ক'লে—'ছাৰে এই বয়সতো ইমান বেগাই খোজ কাঢ়িব পাৰে; খোজ কঢ়াৰ প্ৰতিযোগিতাত আমি সকলোৰেই ছাৰৰ ওচৰত হাৰি গ'লো।'

ইতিমধ্যে সাঁজ ভাগিবৰ সময় হৈছিল। আন্ধাৰ ঢাকি ধৰা আলহী-ঘৰটোত বহি আমি সকলোৰেই কিছুসময় নীৰৱে গধূলিৰ শান্তিখিনি উপভোগ কৰিলো। তাৰ পিছত আমাক ভিতৰলৈ মতা হ'ল। কাঠৰ চাংঘৰটোৰ আন এটা আহল-বহল কোঠাত সমান্তৰালকৈ দুখন দলিচা পতা হৈছে। এটা কম পাৱাৰৰ বিজুলী চাকিৰ ক্ষীণ পোহৰত কোঠাটো মায়াময় হৈ উঠিছে। আমি সকলোৱে আসন গ্ৰহণ কৰাৰ পিছত মই কোঠাটোৰ চাৰিওফালে লক্ষ্য কৰি দেখিলো যে মই আগতে নেদেখা আৰু কেইজনমান ডেকা আহি আমাৰ দলত যোগ দিছে। মই যে সেইদিনা অফলা গাঁৱলৈ যাম সেই খবৰটো ৰাতিপুৱাই বোলে গাঁওখনত প্ৰচাৰিত হৈছিল। ৰবাহুত ডেকাকেইজনৰ নম্ৰ আৰু কৌতূহলী মুখকেইখন দেখি তেওঁলোকলৈ মোৰ খুব মৰম লাগিল।

আমি আসন গ্ৰহণ কৰাৰ কেইমুহূৰ্তমানৰ পিছতে গঙ্গামোহনৰ পত্নী কনকা আৰু বাইদেৱেকে এহাতত ছাই-মদৰ পাত্ৰ আৰু আনখন হাতত ভজা কুকুৰা মঙহৰ পাত্ৰ লৈ কোঠাটোলৈ সোমাই আহিল। আমাৰ সকলোৰে আগে আগে মদ আৰু মাংস দি তেওঁলোক আকৌ যথাস্থানলৈ আঁতৰি গ'ল। মই মদৰ গিলাচত শোহা এটা মাৰি ধেমালিৰ ছলেৰে গঙ্গামোহনক ক'লো—'গঙ্গা, 'দিচাংমুখৰ এবাটি আপং' নামৰ কবিতাৰ পুথিৰে তুমি অসমৰ বহুতো মানুহৰ মন মুহিছা। এতিয়া আপং খোৱাৰ লগে লগে যদি আমি তোমাৰ কবিতাটোও শুনিবলৈ পাওঁ, তেন্তে সি সোণত সুৱগা চৰাব।'

এই কথাষাৰ ক'বৰ সময়ত মই সমূলি অনুমান কৰিব পৰা নাছিলো যে ধেমালিৰ

ছলেৰে কোৱা মোৰ এই সামান্য কথাষাৰেই মাত্ৰ অলপ সময়ৰ ভিতৰতে জন্ম দিব এটা অভিনৱ কবিতা সন্ধ্যাৰ।

মোৰ কথা শুনি গঙ্গামোহনে বহাৰ পৰা উঠি আহি আবৃত্তি কৰিবলৈ আৰম্ভ কৰিলে তেওঁৰ বিখ্যাত আৰু বহু-পঠিত কবিতা—'দিচাংমুখৰ এবাটি আপুং'। গুৱাহাটীত বহি 'দিচাংমুখৰ এবাটি আপং' পঢ়ি যি আনন্দ পাইছিলো, তাতোকৈ বহুগুণে বেছি আনন্দ পালো দিচাংমুখত বহি আপং খাই খাই কবিৰ নিজৰ মুখত কবিতাটোৰ আবৃত্তি শুনি।

গঙ্গামোহনৰ কবিতাৰ আবৃত্তিয়ে হঠাৎ পৰিবেশটো সলনি কৰি পেলালে। সন্ধিয়াটো অতিবাহিত হোৱাৰ কথা আছিল আপং খাই খাই কেহেলি-কেন্দেলি কৰি। কিন্তু মই লক্ষ্য কৰিলো যে মোৰ সন্মুখত বহি থকা ডেকাজাকৰ মাজত হঠাৎ কিবা এটা অস্থিৰতাই দেখা দিছে। তেওঁলোক সকলোৱেই যেন কিবা এটা কথা ক'বলৈ ব্যগ্ৰ হৈ উঠিছে। কণাই ফৰ্মুটি মৰাৰ দৰে মই এনেয়ে ক'লো—'তোমালোকৰ আৰু কোনোবাই কবিতা পঢ়িবা নেকি?'

মই কথাষাৰ ক'বলৈহে পালো, এজন ডেকা উঠি থিয় হ'লেই। মোৰ প্ৰশ্নৰ উত্তৰত নিজৰ চিনাকি দি তেওঁ ক'লে—তেওঁৰ নাম বীৰেন সিং মিলি; অসমীয়াত মেজৰ লৈ তেওঁ শিৱসাগৰ কলেজত পঢ়ি আছে। তেওঁ পাঠ কৰা কবিতাটোৰ নাম আছিল—'নদী গৰাহত'।

বীৰেনে পঢ়িবলৈ ধৰিলে—

বৃষ্টিমুখৰ কোনোবা হেঙুলী সন্ধিয়া
মথাউৰিটোৰ দুবৰি দলিচাত
আসন পাতি বহিলো

... ... ... ...

শূন্যৰ বুকুত এজাক চৰাই উৰি আহিছে,
সিহঁতৰ ডেউকাৰ কোবত বিষাদৰ আবেলি,
ঠোঁটত বুভুক্ষাৰ লেলাউটি,
শৰীৰত নাই পূৰঠ যৌৱন,
সিহঁতে নদীৰ বুকুত বিসৰ্জিছে
(সিহঁতৰ) দীৰ্ঘদিনৰ পৰিকল্পিত
সপোন আৰু সোঁৱৰণিবোৰ;
নদী উদাৰ; বাস্তৱ নিষ্ঠুৰ।

বীৰেনৰ কবিতা শুনি মই আৱেগত স্তব্ধ হৈ গ'লো। অফলা গাঁৱত ভৰি দিয়েই যিটো জীৱনৰ ছবি দেখিছিলো আৰু সন্ধিয়া ব্ৰহ্মপুত্ৰৰ মথাউৰিয়েদি ফুৰিবলৈ গৈ প্ৰকৃতিৰ যিখন ছবি দেখিছিলো তাৰ হুবহু প্ৰতিচ্ছবি দেখিবলৈ পালো বীৰেনৰ কবিতাত। মোৰ মনত এনে অনুভৱ হ'ল যে অফলা গাঁৱৰ বীৰেনহঁতৰ জীৱনত একাকাৰ হৈ পৰিছে জীৱন আৰু কবিতা।

বীৰেনে কবিতা আবৃত্তি কৰি শেষ কৰাৰ লগে লগে থিয় হ'ল আন এজন ডেকা—দুৰ্গীৰাম মিলি। তেওঁ বোধহয় কলেজত ভৰি নিদিয়াকৈয়ে পঢ়া-শুনা সাং কৰি এতিয়া গাঁৱতে খেতি-বাতি কৰি পেট প্ৰবৰ্তাইছে। কিন্তু কবিতাৰ গাঁও অফলাৰ খেতিয়ক দুৰ্গীৰামেও কবিতা লিখে আৰু কবিতা লিখাৰ মাজত বিচাৰি পায় জীৱনৰ নতুন আয়তন। 'দুৱাৰ' নামৰ এটা কবিতা তেওঁ আবৃত্তি কৰিবলৈ আৰম্ভ কৰিলে—

সমস্যাৰ দুৱাৰবোৰ
ঘৰখনৰ দিহিঙে-দিপাঙে,
ভিতৰলৈ চকু ফুৰালেই দেখিব
বেৰবোৰ ফাঁক চিৰা,
পুৱাৰ ৰ'দ উলমি পৰে—
মকৰাৰ জালবোৰ যেন
এচপৰা ঘন ভাৱৰ।

দুৰ্গীৰামে কবিতা পঢ়ি শেষ কৰাৰ পিছত কবিতা পঢ়িবলৈ থিয় হ'ল ৰজনীকান্ত পাংগিং, জগন্নাথ গাম, ... ... এজনৰ পিছত এজনকৈ আন কেবাজনো। তেওঁলোকৰ কবিতা শুনি থাকোঁতেই মই লক্ষ্য কৰিলো যে নতুন নতুন মানুহ কোঠাটোলৈ সোমাই আহিব ধৰিছে—অতি নীৰৱে আৰু সন্তৰ্পণে। ঘৰৰ বাহিৰত তেতিয়া সূচীভেদ্য অন্ধকাৰ; অবিৰাম কিন্‌কিনীয়া বৰষুণে বাট-পথ কৰি তুলিছে বোকাময় আৰু দুৰ্গম। এই দুৰ্যোগৰ ৰাতি কিহৰ আকৰ্ষণে অফলা গাঁৱৰ ডেকাবোৰক টানি আনিছে গঙ্গামোহনৰ ঘৰলৈ?

এই প্ৰশ্নৰ উত্তৰ পাবলৈ বেছি সময় নালাগিল। সকলোকে টানি আনিছে কবিতাৰ আকৰ্ষণে। কেনেবাকৈ গোটেই গাঁৱতে এই খবৰ ৰাষ্ট্ৰ হৈ পৰিছে যে হোমেন বৰগোহাঞিৰ পৰিচালনাত গঙ্গামোহন মিলিৰ ঘৰত এখন অভিনৱ কবি-সন্মিলন বহিছে; অফলা গাঁৱৰ কবিতা-প্ৰাণ ডেকাসকলে বোকা-পানী আৰু আন্ধাৰ নেওচি তালৈ ঢপলিয়াই আহিছে কবিতা শুনিবলৈ আৰু শুনোৱাবলৈ।

নতুনকৈ অহা দলটোৰ এজন সৌম্য-দৰ্শন ডেকাক মোৰ লগত চিনাকি কৰাই দি

গঙ্গামোহনে ক'লে—'ছাৰ, এওঁৰ নাম ৰমেশ পাংগিং। প্ৰাইভেটকৈ এম.এ. পঢ়ি আছে। এওঁ খুব ভাল কবিতা লিখে।'

মই ৰমেশক সুধিলো—'তুমিও কবিতা পঢ়িবা নেকি?'

নম্ৰ হাঁহি এটা মাৰি থিয় হৈ তেওঁ 'ইস্তাহাৰ' নামৰ এটা কবিতা পঢ়িবলৈ আৰম্ভ কৰিলে—

নদীয়ে মোক অতপালি কৰিছে,
তাইৰ কাঠহাঁহিত
খহি পৰিছে মোৰ চৌপাশৰ নুমলীয়া আশা।
অৱশ্যে সকলোৰেই মৃত্যু আছে
যেনেকৈ এখন হৃদয়ৰো;
যিয়ে নহওক—
ইয়াত এদিন এখন শোকসভা বহিব,
সভাৰ বিষয় হ'ব—'অকাল-মৃত্যুত এখনি গাঁও.....'

ৰমেশে কবিতা পঢ়ি থাকোঁতেই খবৰ আহিল যে দিচাংমুখ বজাৰৰ পৰা প্ৰেমনাথ শৰ্মা আৰু অনুজ য়েইন আহি আছে এখন ভাৰা কৰা জীপগাড়ীত। প্ৰেমনাথ শৰ্মা অসমীয়া নেপালী; গঙ্গামোহনৰ ঘনিষ্ঠ সুহৃদ। তেওঁলোক আহি পায় মানে আৰু কেইজনমান ডেকাই কবিতা পঢ়িলে; ঐনিতম গালে জগন্নাথ গাম, নীলকান্ত মিলি আৰু বিউটী মিলিয়ে। কবিতাবোৰ নিগৰি ওলাই আহিছিল কবিসকলৰ বাস্তৱ অভিজ্ঞতাৰ জীৱন্ত উৎসৰ পৰা; ঐনিতমৰ করুণ-মধুৰ সুৰৰ মায়াজালে কঢ়িয়াই আনিছিল নৈপৰীয়া মিছিং জীৱনৰ শতাব্দী-প্ৰাচীন স্মৃতি। বিজুলী চাকিটো মাজে মাজে নুমাই গৈছিল; লেম্পৰ পোহৰে আন্ধাৰবোৰ বেছি গাঢ় কৰি তুলিছিল। আধা পোহৰ আধা অন্ধকাৰত স্তব্ধ হৈ বহি থকা প্ৰায় কুৰিজনমান ডেকাৰ কোমল নম্ৰ মুখবোৰত আছাৰ খাই পৰিছিল অন্য এখন জগতৰ অপাৰ্থিৱ পোহৰ। এনে এটা দৃশ্য মই জীৱনত ইয়াৰ আগতে কেতিয়াও দেখা নাছিলো; ভৱিষ্যতেও সতকাই দেখিবলৈ পাম বুলি আশা নকৰোঁ।

ইতিমধ্যে প্ৰেমনাথ শৰ্মা আৰু অনুজ য়েইন আহি উপস্থিত হ'ল। প্ৰেমনাথে নেপালী লোক-কবিতাৰ দুটামান অনুবাদ স্মৃতিৰ পৰা গাই শুনালে। অনুজ য়েইনে পঢ়িলে এটা স্বৰচিত কবিতা—'নৈ এখনৰ সপোন'। তেওঁ এদিন নৈত গা ধুবলৈ গৈ ঐনিতমৰ এটা দীঘলীয়া সুৰ বিচাৰিছিল; তাৰে পোৱা-নোপোৱাৰ কাহিনী হ'ব তেওঁৰ কবিতাটো।

মধুৰেণ সমাপয়েৎ কৰিবলৈ মই অনিল পাংগিঙক অনুৰোধ কৰিলোঁ তেওঁৰ এটা বা দুটা স্বৰচিত কবিতা আবৃত্তি কৰিবলৈ। আগতেই কৈ আহিছোঁ যে অনিল পাংগিং শক্তিশালী কবি। গোটেই ৰাতিটো আমাৰ হৃদয়ত অনুৰণন তুলি থাকিব পৰাকৈ তেওঁ দুটা কবিতা পাঠ কৰিলে। দুয়োটা কবিতাই ইতিমধ্যে 'আমাৰ অসম'ত প্ৰকাশিত হৈছে। অনিলৰ কবিতা-পাঠ শেষ হোৱাৰ লগে লগে শেষ হ'ল অফলা গাঁৱৰ সেই অভিনৱ কবিতা-সন্ধ্যা।

ইতিমধ্যে মুষলধাৰেৰে বৰষুণ দিবলৈ আৰম্ভ কৰিছিল। মোৰ পৰা বিদায় লৈ কবিসকল এজন এজনকৈ বাহিৰলৈ ওলাই গ'ল, আৰু মই চকুৰে চাই থাকোঁতেই তেওঁলোক হেৰাই গ'ল বৰষুণত জুকুলি-জুপুৰি হৈ থকা আন্ধাৰৰ মাজত। তেওঁলোকৰ দুই-এজনৰ বাহিৰে বেছিভাগকেই হয়তো মই জীৱনত দুনাই লগ নাপাম; কিন্তু নিজৰ জীৱনৰ দুখ-যন্ত্ৰণাক কবিতাত পৰিণত কৰা অফলা গাঁৱৰ সেই কবিকেইজনৰ স্নিগ্ধ আৱেগ-মণ্ডিত মুখকেইখন আৰু সেই অভিনৱ কবিতা-সন্ধ্যাটোৰ কথা মই জীৱনত কেতিয়াও পাহৰিব নোৱাৰিম।

* * *

